# অলকা

( উপন্যাস )

মৃণালিনী দেবী

অথৰ্চ বুক ষ্টল
ডলী ভৱন, গুৱাহাটী—৩
অসম।

A Novel in Assamese written by Mrinalini Devi and Published by Authors' Book Stall, Gauhati. Assam Price 12·00 Rs.

প্ৰকাশক : অথৰ্চ বুক ষ্টল

৮ম সংস্কৰণ

দাম :—১২·০০ টকা

পৰিবেশক :
অথৰ্চ বুক ষ্টল
গুৱাহাটী-৩

ছপা :
নেচনেল প্ৰিণ্টাৰ্ছ
উলুবাৰী, গুৱাহাটী-৭

## উছৰ্গা

মৰমৰ অলকাহঁতলৈ......
..................চেনেহৰে

দিব্যজ্যোতি
গুৱাহাটী
১৯৮৪

ইতি
মৃণা বাইদেউ·

# অলকা

অমৰেন্দ্ৰনাথ বৰুৱা আৰু অলকা শৰ্ম্মাৰ শেষত বিয়া হৈ গৈছিল।

অমৰেন্দ্ৰ বেৰিষ্টাৰ আৰু অলকা গ্ৰেজুৱেট। দুয়ো উজনিৰ অভিজাত আৰু ধনীৰ সন্তান।

অমৰেন্দ্ৰ নাথ শঙ্কৰ বৰুৱাৰ একমাত্ৰ পুত্ৰ। শঙ্কৰ বৰুৱা ধনী, নামজাদা ব্যৱসায়ী, উকিল আৰু বহুত সম্পত্তিৰ মালিক। তেওঁ দুখীয়া বামুণৰ ল'ৰা হৈও নিজৰ অধ্যৱসায় আৰু কুটবুদ্ধিৰে অজস্ৰ সম্পত্তি আৰু নগৰৰ মূল্যবান বহু মাটি-বাৰি আনৰ পৰা গ্ৰাস কৰিছিল। বুঢ়ী-বিধবাৰো ভেটিতো তেওঁ হাঁহিমুখেৰেই অন্যায় কৰি নিজৰ কৰি লৈছিল। ধনী ব্লেকমাৰকেতিয়াৰবোৰৰ কাৰণে তেওঁ উচ্চ মহলৰপৰা পাৰমিত সংগ্ৰহ কৰোতা আছিল।

মিছিকিয়া হাহিৰে নিৰ্দ্দয়, নিষ্ঠুৰ বিতশগুণৰ দৰে মানুহজন। অভিজাত্যৰ ঘোৰদৌৰত তেওঁ পুৰণি ধনীবোৰকো চেৰ পেলাইছিল।

তেওঁৰ জীয়েক দুজনীকো চাহজাদিৰ দৰে টুলটুলীয়া কৰি ডাঙৰ কৰিছিল আৰু অমৰেন্দ্ৰক প্ৰিন্স হবলৈক শিক্ষা দিছিল ; অমৰেন্দ্ৰই জুখি জুখি হাঁহিছিল, কথা কৈছিল আৰু জুখি জুখি খোজ-কাটল দিছিল। তেওঁৰ মুখখন কটীয়া ডমৰাৰ দৰে আছিল। চকুযুৰি মৰা মানুহৰ দৰে নিষ্প্ৰভ, শেতা, আনকো নিস্তেজ কৰা চাৱনিৰে স্বাস্থ্যহীন মুখখনত চুইচ দিয়ে যেন টিপি হাঁহিছিল আৰু তৎক্ষণাত যন্ত্ৰৰ দৰে হাঁহিতো বন্ধ কৰিছিল। বেছি হহামতা কৰিলে অভিজাত্য আৰু ধনৰ গৰ্ব্বতো কৰবালৈ পলাই ফাট মাৰিব বুলি তেওঁ সদায় সতৰ্কৰূপে এতিয়াৰ পৰা অস্বাভাৱিক গহীন হৈ চলিছিল।

তেওঁ বিলাতৰ পৰা বেৰিষ্টাৰি পাছ কৰি আহিয়েই গুৱাহাটীত থকা তেওঁলোকৰ অট্টালিকাটোতে থাকিবলৈ লৈ বেৰিষ্টাৰি ব্যৱসায় আৰম্ভ কৰিছিল।

অমৰেন্দ্ৰই ভাৰতীয় ছোৱালীবোৰৰ প্ৰতি সৰুৰ পৰাই এটা বিৰূপ ভাব এনেয়ে পোষণ কৰিছিল। বিলাতত থাকোতে তেওঁ মেম ছোৱালী এজনীকে বিয়া কৰাম বুলি এবাৰ ঠিক কৰি এটা বিশেষ কথাতে পিছ হুহকি গুছি আহিছিল।

ভাৰতলৈ ঘূৰি আহিও তেওঁ দুবছৰে বিয়া কৰোৱা নাছিল! হয়টো তেওঁ মনে মনে যোগ্য পত্নী বিচাৰিছিল নহয়টো চিৰকুমাৰ হৈ ৰ'ম বুলিয়ে ভাবিছিল।

তেওঁৰ পাপা নানাই শেষত অমৰেন্দ্ৰই বিয়া নকৰালে বংশত বন্তি লগাবলৈ কেওঁ নাথাকিব বুলি কৈছিল আৰু বিৰাট ধনী চাহ খেতিয়ক অবনীমোহন শৰ্ম্মাৰ জীয়েক অলকাক বিয়া নকৰোৱাটো জীৱনত এটা ডাঙৰ দুখৰ কথা হব বুলি অমৰেন্দ্ৰক বুজাইছিল।

অমৰেন্দ্ৰনাথে পিতৃ-মাতৃয়ে বেজাৰ পাব বুলি আৰু নিজৰ পৌৰষত্বৰো গ্লানি হব বুলি শেষত অলকাক বিয়া কৰাইছিল। তেওঁৰ পাপা নানাই এই বিয়াৰ মাজতে পুৰণি ধনী এঘৰৰ অভিজাত সম্বন্ধ বিচাৰিছিল।

অবনীমোহন শৰ্ম্মাৰ একমাত্ৰ জীয়েক আছিল অলকা। অলকাৰ মাকক প্ৰথম বিবাহিত স্বামীয়ে তেওঁ চৰিত্ৰহীনতাৰ কাৰণে পৰিত্যাগ কৰিছিল আৰু শৰ্ম্মাই শেষত তেওঁক সন্তান সম্ভৱা অৱস্থাতে দ্বিতীয় পত্নীৰূপে গ্ৰহণ কৰি উদাৰতাৰ পৰিচয় দিছিল।

অলকা পূৰ্ণ যুৱতী, সুঠাম দেহৰ তন্বী ৰূপহী আছিল। অলকাৰ সুৰত নিপুণ, কামশিক্ষিত, উন্মাদ কৰা যৌৱন আছিল। এনেয়ে বহি থকাতকৈ এম. এ.টোকে পঢ়িম বুলি ভাবি থাকোতেই তাইৰ বিয়া হৈ গৈছিল।



অলকাৰ মাক-দেউতাকেও এই বিয়াত যথেষ্ট উৎসাহিত হৈ পৰিছিল। তেওঁলোকে আলোচনা কৰিছিল। "প্ৰখ্যাত ধনবান প্ৰতিপত্তি থকা এজনৰ লগত সম্বন্ধ কৰাটো, সৌভাগ্যৰ কথাই।

দৰাও বেৰিষ্টাৰ, অকন যেনিবা স্বাস্থ্যহীন—সেইটোনো কি কথা? সমানে সমানে সম্বন্ধ, মান-মৰ্য্যাদা, ধন-সম্পদ আজিৰ দিনত কোনেও নুই কৰিব নোৱাৰে। একমাত্ৰ সন্তান অমৰেন্দ্ৰক চলাই-ভুলাই খাব পাৰিলে অলকাৰে সম্পত্তিৰ মালিক হব, অলকাৰ ইমান ডাঙৰ ভাগ্য।"

এক লাখ পচিশ হাজাৰ দামৰ নতুন গাড়ীখনত অমৰেন্দ্ৰ, অলকা দুয়ো উঠি জীৱনৰ নতুন অচিন পথৰ যৌৱনৰ জয়যাত্ৰা আৰম্ভ কৰিম বুলি যোৰহাটৰ পৰা গুৱাহাটীলৈ আহিছিল।

গুৱাহাটীত অমৰেন্দ্ৰৰ প্ৰকাণ্ড অট্টালিকাটোৰ এটা ডাঙৰ কোঠা সুন্দৰভাৱে সজোৱা হৈছিল। এয়ে আছিল অমৰেন্দ্ৰ-অলকাৰ ফুলশয্যাৰ সুন্দৰ বিলাস কোঠা। দুজনী আয়া আৰু দুটা চাকৰে এই কোঠাটো সজাইছিল। সুন্দৰ ধুনীয়া দুখন দামী ৰেঙ্গুন কাঠৰ পালেং, সবল স্প্ৰীং, ফুলাম গাৰু, ফিন্দখোৱা তোচক, কাশ্মীৰি কাৰ্পেত, সুগন্ধ এচেন্স, হৰেকৰকমৰ ফুলৰ মালা, বেলজিয়াম ডাঙৰ আয়না। কামদেৱ-ৰতিৰ ভেনাচৰ মূৰ্ত্তি সজোৱা।

অমৰেন্দ্ৰৰ ভিনিহিয়েকৰ উপদেশ অনুসৰিহে এই কোঠাটো এনেকৈ সজোৱা হৈছিল।

বিলাত, আমেৰিকা, ফ্ৰান্সত ফুলশয্যা কি ফৰমূলাত সজাই তাক তেওঁ গৱেষণা কৰিছিল।

এজন ডেকাই আৰু এজনী যৌৱন মদমত্ত গাভৰুৱে এই পালেঙত এই সাজ-সজ্জা ন'হলে প্ৰজনন সৃষ্টি তত্বতো নুবুজিব বুলিয়েই তেওঁ এই পালেঙখনৰ মধ্যাকৰ্ষণ শক্তি বাইনকুলাৰ লগাই যেন বাৰে বাৰে জুখি চাবলৈ যত্ন কৰিছিল। তেওঁৰ জীৱনৰো প্ৰিয়াৰ

লগত প্ৰথম ৰাতিটোৰ সোৰৰণবোৰ সজাৰ হৈ তেওঁৰ মনত ঘনে ঘনে ভেকুলি জাপ মাৰিছিল।

তুখন কোমল সবল স্প্ৰীঙৰ ধুনীয়া বিছনা।

এখনত অমৰেন্দ্ৰ।

এখনত অলকা।

এটা কোমল নীলা লাইট।

পেৰিচৰ সুবিখ্যাত এচেন্সৰ মৃতু গোন্ধ।

মৃতুভাৱে চলি থকা টেবুল ফেনখন।

সকলো সময়তে তেওঁলোকক পৰিচৰ্য্যা কৰিবলৈ এজনী খাচিয়া গাভৰু আয়া।

ভিনিহিয়েকে পালেং তুখনৰ স্প্ৰীংবোৰ গাৰ জোৰ দি তুয়ো হাতেৰে সিহঁতৰ শক্তি নিৰূপণ কৰি কেবাবাৰো চাই এবাৰ ৰহস্যৰ মিছিকিয়া হাঁহি মাৰিছিল।

বিয়াৰ দিনা অতিথি অভ্যাগতকো তেওঁ ইমান মনযোগ দিয়া নাছিল।

তেওঁৰ মনত পৰিছিল শক্তিশালী আদমে সুঠাম ইভকলৈ জীৱনৰ প্ৰথম ৰাতি বা দিনটো কেনেকৈ কটাইছিল।

সন্ধিয়া হৈ আহিছিল। নীলা আকাশত জোনটোৱে উজ্বল কিৰণবোৰ সিঁচৰতি কৰি পৃথিবীত এৰি দিছিল। দেশী ফুলৰ গোন্ধবোৰ তেওঁলোকৰ ফুলনিখনৰ পৰা সেই কোঠাটোলৈ বতাহ এজাকৰ লগতে সোমাই আহিছিল।

চেৰিব্লুজামৰ মাজেদি জোনৰ পোহৰ কিছুমান কোঠাটোতে পৰিছিল। কোঠাটোত নীলা লাইটো জ্বলি আছিল। ৰেডিঅ'-টোতে চেতাৰৰ ঝঙ্কাৰবোৰ মৃতু মৃতুকৈ বাজি আছিল। ৰাতি ৯ টা বাজিছিল।

আয়াজনীয়ে অলকাক কোঠাটোলৈ সুমুৱাই আনি অলকাক সকলো কথা ভালকৈ বুজাই-বঢ়াই তাই ওলাই গৈছিল।



অলকাই অকলশৰে থিয় হৈ কিছুপৰ কিবা চিন্তা কৰি কৰ্ত্তব্য-বোৰ ঠিক কৰি লবলৈ যত্ন কৰিছিল। অলকাই স্বামীৰ লগত এই প্ৰথম ৰাতিৰ পুৰ্ব্বৰঙ্গত, কি কৰিব বুলি ভাবিছল ?

তাই গধুৰ অলঙ্কাৰবোৰ সোলোকাই ডেৰাজৰ চেলফত সুমাই থৈছিল ; দামী সাজজোৰ সলাই আলনাত থকা শোৱা সাজজোৰ পিন্ধিছিল। তাই ডাঙৰ আয়নাখনৰ আগত বহি নিজকে এবাৰ চাইছিল।

তাইৰ ৰূপত করুণ সুৰ এটাই হাত বুলাই দিয়া যেন অনুভৱ কৰিছিল !

তাই সলাবলৈ পাহৰা পেটিকোটতো উঠি গৈ সলাই লৈ বাওঁফালৰ পালেংখনত বহিছিল। পালেঙৰ নতুন স্প্ৰীংবোৰ ফিন্দ খাই হেন্দোলি উঠিছিল। তাই আমোদ অনুভৱ কৰিয়েই স্প্ৰীং-বোৰ তললৈ হেঁচি দিছিল। তাই বহি বহি ওপৰ-তল দোলনা খেলাৰ নিচিনা অনুভৱ কৰি এনেয়ে অকণ হাঁহি দিছিল।

ট্ৰেত সজাই থোৱা দামী বাণাৰসী খিলি পান এখন তাই খাই লৈছিল। তাই আনন্দৰ ৰং বোলাই দিবলৈ যত্ন কৰিছিল।

বুকুৰ বান্ধটো তাই খুলি এটা উলাহৰ দীঘল উশাহ টানিছিল।

যোৰহাটৰ পৰা গুৱাহাটীলৈ একেলেঠাৰিৰ মটৰ যাত্ৰাত তাই কিছু ক্লান্তিও অনুভৱ কৰিছিল। অমৰেন্দ্ৰক কিদৰে অভ্যৰ্থনা কৰিব তাৰে কথা তাই ভাবিছিল। ডাঙৰ লাজ এটাই তাইক আগুৰি ধৰিছিল। খোলা তুৱাৰখনৰ ফালে তাই কেবাবাৰো চাই চাই, বৈ বৈ তাইৰ আমনি লাগিছিল। তন্দ্ৰাৰ ভাৰ এটাই তাইক জোকাইছিল। তাই পালেঙত দীঘল দি উজাগৰে অমৰেন্দ্ৰৰ কাৰণে কাণ থিয় কৰি বৈ আছিল।

তাইৰ চকু মুদখাই আহিছিল। তাইৰ টোপনি ধৰিছিল ! হঠাৎ এটা খুটক-খাটাক শব্দত তাই সাৰ পাইছিল যদিও তাই

লাল-কাল টোপনি অহাৰ ভাওঁ ধৰি সেইদৰেই নিতাল মাৰি পৰি আছিল। অমৰেন্দ্ৰই শোৱা পোছাক পিন্ধি কোঠাটোলৈ সোমাই আহি কিছুপৰ গহীন হৈ থিয় হৈ ৰৈ আছিল। অলসভাৱে শুই থকা অলকালৈ চাইছিল। অলকা ভাগৰত শোৱা বুলি ভাবি নিজেও সোঁফালৰ পালেঙখনত দীঘল দি শুই বিছনাত থকা নীলা লাইটোৰ চুইচটো টিপি দি লাইটো নুমাই দিছিল। নিজৰ চশমাজোৰ টিপয়খনত আগতে ভালকৈ থৈছিল।

অলকাই অমৰেন্দ্ৰ শোৱা দেখি এবাৰ সৰুকৈ এটা কাঁহ মাৰি দিছিল। অমৰেন্দ্ৰই মাতিছিল।

"অলকা !"

"ও !"

"টোপনি অহা নাই নেকি ?"

"নাই।"

"তোমাৰ খুব ভাগৰ লাগিছে নহয় ?"

"ও।"

"শুই থকা, তোমাৰ ভাগৰৰ বিশ্ৰামৰ প্ৰয়োজন।"

অমৰেন্দ্ৰই অলপপৰৰ পিছত নাকেৰে ঘোঁৰঘোঁৰাই শুই পৰিছিল।

অলকাৰ যি কাণ টোপনি আহিছিল সেইকণো ভাঙিছিল। তাই শুবলৈ যত্ন কৰিও বেছি উজাগৰেহে আছিল। তাইৰ টোপনি হৰিছিল। তাই ভাবিছিল।

"কিয় ?

তাইৰ ভাগৰ লাগিছিল, বিশ্ৰামৰ প্ৰয়োজন।

মাত্ৰ বিশ্ৰামৰ প্ৰয়োজন।

ভাগৰ আৰু বিশ্ৰাম।

ফুলশয্যাত শুই শুই বিশ্ৰাম।



তাইৰ মনৰ ঘড়ীটো চক্ৰাকাৰে ওৰে ৰাতিটো ঘূৰিছিল। সেইদৰে দীঘল ৰাতিটো তাই কটাইছিল।

ড্ৰইং ৰুমৰ ওৱাল ক্লকটোত সাতোটাৰ কোব পৰিছিল।

আয়াজনীয়ে অলকাইতক বেদ্ টি দিবলৈ আহি ৰাতিপুৱাৰ অভিবাদন জনাই, তাই অলকাৰ মুখখনলৈ চাই মিছিকিয়া হাঁহিৰে মূৰটো দুপিয়াব খোজোতেই হঠাৎ তাইৰ মুখখনো অলকাৰ দৰে গোমোঠা হৈ ৰৈছিল।

আয়াজনীয়ে মনতে ভাবিছিল, "উরা, মেমচাহাবক মৰহা ফুলৰ দৰে দেখা গৈছে কিয় ?"

লান্স খাই উঠি অমৰেন্দ্ৰই ক'র্টলৈ যোৱাৰ আগতে অলকাক কৈ গৈছিল।

"অলকা, এই কেইদিন তোমাৰ খুব পৰিশ্ৰম হৈছে, তোমাৰ বিশ্ৰামৰ একান্ত প্ৰয়োজন।"

আবেলি আহি অমৰেন্দ্ৰই আকৌ কৈছিল।

"মোৰ লাইব্ৰেৰীত বহুত ভাল কিতাপ আছে। সুন্দৰ ৰেকৰ্ড আছে, তোমাৰ যি ইচ্ছা তাকে কৰিবা। তোমাক বৰ ক্লান্ত দেখা গৈছে।"

ৰাতি শুবৰ সময়ত সোঁফালৰ পালেঙখনত অমৰেন্দ্ৰই শুই শুই অলকাক কৈছিল।

"আমাৰ ঘৰৰ প্ৰকাণ্ড ছিড়িবোৰ উঠা নমা কৰিলেও বৰ ভাগৰ লাগে। ইয়াত লিফ্ট নাই। তোমাৰ বৰ কষ্ট হৈছে অলকা শুই থাকা।" অমৰেন্দ্ৰই ঘোঁৰঘোঁৰাই শুই পৰিছিল।

অলকাই আনখন পালেঙত নিজকে মুচৰি মাৰি পেলাবৰ মন গৈছিল। আমনি লগা বিশ্ৰামত তাই ভাগৰি পৰিছিল। তাই ফেকুঁৰি ফেকুঁৰি কান্দিবৰ মন গৈছিল যদিও শেষত নিজৰ ভাগ্যকে দোষ দি সান্ত্বনা লভিবলৈ চেষ্টা কৰিছিল।

তিনিমাহ এনেকৈয়ে পাৰ হৈ গৈছিল।

নিতৌ জুলুকামাৰি থকা অলকাক দেখি অমৰেন্দ্ৰ চিন্তিত হৈ পৰিছিল আৰু ডা: শৰ্ম্মালৈ ফ'ন কৰি তেওঁক তেতিয়াই তেওঁৰ ঘৰলৈ আহিবলৈ অনুৰোধ কৰিছিল।

ডা: শৰ্ম্মাই অলকাক ভালকৈ পৰীক্ষা কৰি এখন প্ৰেচক্ৰিপচন দিছিল আৰু চিন্তা নকৰিবলৈ অমৰেন্দ্ৰক সান্ত্বনাৰে কৈছিল।

"নাৰ্ভাচডেবিলিটি, দুৰ্ব্বলতা, খুব বিশ্ৰামৰ প্ৰয়োজন।" অমৰেন্দ্ৰই ঔষধ অনাই ততালিকে অলকাক খাবলৈ দিছিল।

অসহায় শিশু এটাৰ দৰে অমৰেন্দ্ৰই আশংকা কৰি কান্দিব খুজিছিল। এবাৰ অলকাক দাৰ্জ্জিলিং, ৰাঁচি, কাশ্মীৰলৈ বিশ্ৰামৰ কাৰণে লৈ যাবলৈ বুলি ভাবি অলকাক প্ৰস্তাৱ দিছিল। যোৰহাটলৈ তেওঁ পাপাক আৰু শহুৰেক মিঃ শৰ্ম্মাক অলকাৰ অসুখৰ কথা ট্ৰাঙ্ককল কৰি তৎক্ষণাত জনাইছিল। পিছদিনা তেওঁৰ শহুৰ-শাহুয়েক আৰু পাপানানা আটাইয়ে উধাতু খাই যোৰহাটৰ পৰা গুৱাহাটী পাইছিলহি।

অলকাক দেখি তেওঁলোক আতঙ্কিত হৈছিল। শৰ্ম্মানিয়ে আৰু বৰুৱানীয়ে অলকাক হাত বুলাই কৈছিল, "অলকা আইজনী অ' ইমান ক্ষীণালি, তোৰ বিশ্ৰামৰ একান্ত প্ৰয়োজন।" মিঃ শৰ্ম্মা আৰু মিঃ বৰুৱাই ডাক্তৰে দিয়া পৰামৰ্শ মতে দৰৱ-পাতি খাবলৈ আৰু বিশেষকৈ অলকাক খুব সাৱধানেৰে থাকিবলৈ দঢ়াই দঢ়াই কৈ দুয়ো গভীৰ দুখেৰে, গুৱাহাটীৰ পৰা যোৰহাটলৈ ঘূৰি গৈছিল।

শৰ্ম্মাই বৰুৱানীক সুধিছিল, "অলকাৰ সৰুতে কিবা বিকাৰ আছিল নেকি?"

"ওহো। সৰুৰ পৰাই তাইক দেখিছো বেছ।"

"ঠগ খালো নেকি?"

"আপুনিও আৰু?" বৰুৱানীয়ে বেবাকৈ হাঁহিছিল।



অলকাক নানা মিঠা উপদেশ দি অমৰেন্দ্ৰ ক'টলৈ গৈছিল। তেওঁৰ যোৱাৰ পিছত ওপৰ মহলাৰ ৰেলিঙত আউজী অলকাই ভিতৰৰ তলৰ বাৰান্দাত কামত মনপুতি লাগি থকা তেওঁলোকৰ ঘৰুৱা ডেকা চাকৰ মোহনক চাইছিল। আজিহে যেন মোহনক তেওঁ ভালকৈ চাইছিল। ইমান দিনে তাৰ অস্তিত্বই যেন অলকাই গম পোৱা নাছিল। অলকাই ভাবিছিল, "সুঠাম বলিষ্ঠ বহুল বুকুৰ এই গাঁৱলীয়া ডেকা ল'ৰাটো কিমান মোহ লগা স্বাস্থ্যবান।" বিশ্ৰামৰ কথা মনত পৰি অলকাই শোৱা কোঠালিটোলৈ আহি বাওঁফালৰ বিছনাখনত আকৌ দীঘল দিছিল। এনেতে আয়াজনী আহি দৰৱ খাবলৈ সোঁৱৰাই দিওঁতে অলকাই খং আৰু বিৰক্তিৰে কৈছিল, "দৰববোৰ পেলাই দিবি খুনলুঙ্গ।"

"আপোনাৰ ইমান অসুখ মেমচাব।"

"তোৰ বেৰিষ্টাৰ চাহাবকে সেইবোৰ খাবলৈ দিবি।"

অলকাৰ এই প্ৰথম খং উঠা দেখি খুনলুঙ সেমেনা-সেমেনি কৰি কোঠাটোৰ পৰা ওলাই গৈছিল। অলকাক সকলোৱে মিলি বলিয়া কৰিবলৈ আপ্ৰাণ চেষ্টা কৰা বুলি তাই ভাবিছিল। তাৰ পৰা উদ্ধাৰৰ উপায়বোৰ তাই তিল তিলকৈ অনুভৱ কৰিছিল।

"এই নিৰ্জ্জিব প্ৰাণহীন জীৱন যাপন এটা শিলৰ মূৰ্ত্তিৰ লগত দিন ৰাতি এনেভাৱে কটাব পাৰি নে বাৰু? সম্ভৱপৰ নে?" কিবা এটা ভাবি তাই মোহনক মাতি আনিছিল। সি ভয় ভয় কৰি সোমাই আহিছিল আৰু অলকাক সেপ ঢুকি ঢুকি সুধিছিল।

"হাকিমনী আইদেৱে বা কিয় মাতিছিল?"

"এই কোঠাটো কিমান ময়লা হৈছে, তইঁতে দেখা নাই নে?"

"এই কোঠাটো চাফা কৰাৰ কাম আয়া দুজনীৰেহে আইদেউ।"

"আজিৰ পৰা এই কোঠাটো তই পৰিষ্কাৰ কৰিবি, নহ'লে চাহাবক কৈ কামৰ পৰা তোক খেদাই দিয়াম।"

"মোৰ ভাত মুঠিৰ মুদা নামাৰিব আইদেউ।"

"বাৰু এতিয়াই ময়লাবোৰ পৰিষ্কাৰ কৰ, এই মকৰাৰ জাল-বোৰ ।"

"কোনখিনি আইদেউ ? সকলো দেখোন আয়নাৰ নিচিনা চাফা হৈ আছে আইদেউ ।"

"কোনখিনি, তাকো তোক কৈ দিব লাগিব নেকি ?"

"আইদেউ ।"

"মোক আইদেউ, আইদেউ নকৰিবি, বুঢ়ি বুঢ়ি লাগে ।"

"নহয় আইদেউ ।"

"আকৌ আইদেউ ।"

"তেনে কি বুলি মাতিম আইদেউ ?"

"মোলৈ চাচোন, মই বুঢ়ী নেকি ?"

"ও আই, আইদেউৰে কিখন কয়, বুঢ়ী হব কেলেই ?"

"তেনে কেনেকুৱা ?"

"আইদেউলৈ ভয় লাগে ।"

"পোনতে মোক ভালকৈ চাই লচোন । তাৰ পিছত মোক তই কি বুলি মাতিলে শুৱাব, সেইদৰে মাতিবি বা তোৰ মনত যেনে খাপ খাই যায় সেইদৰে হ'লেও মাতিবি ?"

"আইদেউ, শেষত মোৰ চাকৰিহে খটম হব ।"

"অঁকৰা ?"

"আইদেউৰে ।"

"আকৌ, ভালকৈ মূৰ তুলি মোলৈ চাচোন ।"

"আইদেউ, মানীজনৰ মুখলৈ চাব নেপায় ।"

"বুৰবক অঁকৰা, তয়ো বৰ ষ্টুপিড্ ।"

"আইদেউ ।"

"তয়ো মোক বলিয়া কৰিহে এৰিবি যা ইয়াৰ পৰা ।"

"বাইদেউ ।"

এহ, কি বুলি মাতিলি, মাতচোন আকৌ ।"



"বাইদেউ ।"

"ভুল খেমিব আইদেউ; হঠাৎ ভয়ত ওলাই আহিল ।"

"সেইদৰেই মোক সদায় মাতিবি দেই মোহন ।"

"আপুনি জানো ভাল পাব, হাকিমে শুনিলে খঙেহে কৰিব ।"

"মই ভাল পাম, হাকিমৰ কথা বাদদে, বাৰু এতিয়া মোক চাই চাই কচোন, তোৰ কেনে লাগে ?"

"বাইদেউজনীৰ নিচিনা লাগে ?"

"এটা দমৰাৰ যিখিনি জ্ঞান আছে তোৰ সেই খিনিও নাই ।"

"বাইদেউ ।"

"মোক চাই তোৰ কেনে লাগে ঠিক কৈ কচোন ।"

"গুৰুজনাৰ চকুলৈ কেনেকৈ চাম ।"

"উস্ ৰাম কি বুৰবক ।"

"বাৰু বাইদেউ চাইছো । বৰ লাজ লাগে ।"

"মতাটো হৈ ইমান লাজ ? বাৰু মোক কেনে দেখি ।"

"সাইলাখ গোসাঁনীজনীৰ নিচিনা ।"

"হেৰ মই গোসাঁনী চোসাঁনি নহয় তোৰ দৰেই মানুহ ।"

"ঠিক ঠিক ।"

"ক সোনকালে ।"

"আপুনি ই ই ।"

"কৈ আছ কেলেই কৈ পেলা ?"

"আপুনি সাইলাখ আমাৰ পত্নীজনীৰ দৰে ।"

"পত্নী নো কোন ?"

"আমাৰ গাওঁৰ নদাইৰ জীয়েক । মৌজাখনত তাইৰ মান কোনো নাই বুলি সকলোৱে বখানে ।"

"তাইনো কেনেকুৱা ?"

"মোক খা মোক খা জনীৰ দৰে ।"

"তেন্তে ক, মই কেনেকুৱা ?"

"আপুনিয়ো আমাৰ পদুমীজনীৰ দৰে।"

"ধেৎ।"

"বাইদেউ সচাকৈয়ে কৈছো?

"পদুমীক ভাল পাৱ নেকি?

"ও।"

"কিমান?"

"তলা নোহোৱা নাদটোৰ সমান।"

"মোক একা।"

"মানহে কৰো।"

"অঁকৰা।"

"বাইদেউ।"

দুদিনৰ পাছত অলকাই নিজান দুপৰীয়া বিছনাত শুই শুই মোহনক কৈছিল।

'আয়নাখন বেছ পৰিষ্কাৰ হৈছে। বাৰু এইপিনে আহচোন।"

"কওঁক বাইদেউ।"

"মোৰ কলাফুল দুটা বৰ কুটকুটাইছে।"

"হয়?"

"একন পিটিকি দেচোন।"

"বাইদেউ।"

"ব'লি কেলেই।"

"খুনলুঙ আয়াইও দিব পাৰে দেখোন"

"তাই ভালকৈ নাজানে"

"ও দে দে অকন আৰু অকন ওপৰলৈ। বৰ বিষাইছে পাই।"

"কোনখিনিত বিষাইছে বাইদেউ?"

"ওপৰলৈ অলপ জোৰে জোৰে। ছিড়িৰে উঠা নমা কৰোতে কৰঙন কলাফুলত বৰ বিষ হৈছে।"



হঠাৎ ফ'নতো ক্রিং ক্রিং কৰি উঠিছিল। মোহনে ৰিচিভাৰটো আনি অলকাক বিছনাতে দিছিল। ওপৰলৈ মূৰ কৰি অলকাই ফ'নতো ধৰিছিল 'হ্যাল'? কোন? প্রশান্ত দা' আজি পাইছাহি। তোমাৰ লগত বহুত কথা আছে। আজিয়েই যোৰহাটলৈ যাবা? পোন্ধৰ দিনৰ পিছত আকৌ আহিবা। মুঠতে তোমাক কৈ থলো মোক বলিয়া কৰিবলৈ সকলোৱে আপ্রাণ চেষ্টা কৰিছে। তুমি আহিয়েই মোক যেনে-তেনে লগ ধৰিবা, জৰুল। বাৰু বাৰু?"

অলকাই ৰিচিভাৰটো থৈ অলপ পৰ তলকা মাৰি কিবা ভাবিছিল। মোহনে একো কথা বুজিব নোৱাৰিছিল যদিও বাইদেউকক কোনোবাই বলিয়া কৰিব খুজিছে বুলি জানি তাৰ মনটো অলকাৰ প্রতি সহানুভূতিৰে ভৰি পৰিছিল। অলকালৈ বৰ কোমল ভাব এটা হৈছিল আৰু তাৰ ইমান ধুনীয়া মৰমীয়াল বাইদেউজনীক কোন পাষণ্ডই বলিয়া কৰিব খুজিছিল? তাক তাৰ নেলু মোচাৰি মাৰিবৰ মন গৈছিল। অলকাই শেষত মোহনক কৈছিল।

"নিতৌ এই কোঠাটো তই পৰিষ্কাৰ কৰিবি। চাহাবক কৈ তোৰ দৰ্মহা দুগুণ কৰাই দিম।

অলকাৰ কথাত সি মৰমতে মৰিম মৰিম যেন লাগিছিল আৰু অলকাৰ কোমল মঙহৰ আপুৰুগীয়া স্পৰ্শনত সি গলি বিগলিত হৈ গৈছিল।

দৰ্মহা নিদিলেও সি যুগ যুগান্তৰ অলকাৰ চাকৰ হৈ থাকিম বুলি কব খুজিও সেইটো তাৰ কাৰণে মৰসাহৰ কথা হব বুলি ভাবি হঠাৎ থমক খাই বৈ আছিল। অলকাই তাৰ পৰিবৰ্ত্তনটো ভালকৈ লক্ষ্য কৰিছিল আৰু ৰহস্যৰে সুধিছিল।

"তই দেখোন বজ্রপাত পৰাৰদৰে হলি?"

"বজ্রপাত পৰাহেঁতেনেই ভাল আছিল বাইদেউ।"

"কিয়?"

"আপুনিহে আনক বলিয়া কৰিবৰ ক্ষমতা আছে, আনে আপোনাক বলিয়া কৰিব নোৱাৰে, বলিয়া হোৱাৰ আগতে বজ্ৰপাত পৰাই মোৰ কাৰণে ভাল আছিল।"

"তই সঁচা কথা কোৱাৰ কাৰণে তোক বাৰু খুব ভাল পুৰস্কাৰ এটা এদিন দিম।"

সি ৰহস্যটো বুজি নাপাইছিল যদিও মিছিকৈকৈ হাঁহিছিল। ভাল ভাল আৰু ভয় ভয় দুটা ভাব তাৰ সমানে আহিছিল। অলকাই স্পষ্ট ইঙ্গিতেৰে মোহনক কিবা এটা বুজাই দিবলৈ যত্ন কৰিছিল। অলকাৰ মুখত তাৰ পদুমীজনীৰ কোমল মুখখন হঠাতে ভাহি উঠা দেখিছিল।

ড্ৰইং ৰুমটোত চাবিটা বজাৰ টং টং শব্দ হৈছিল। মোহনে তেতিয়া অলকাৰ নিৰ্দ্দেশত কোঠাটো এৰি গৈছিল।

অলপ পৰৰ পিছতে কাছাৰীৰ পৰা অমৰেন্দ্ৰ আহি পাইছিল।

আৰু কেইবাদিনো পাৰ হৈ গৈছিল।

অলকাই অলসভাৱে ভাবি ভাবি পালঙতে দীঘল দি এলেহুৱা সময়বোৰ কটাইছিল। তাই ভাগৰ পলাবলৈ এটা অন্ধকাৰ সুৰঙ্গৰ মাজেৰে পোহৰ দেখিছিল। তাই হেচি চেপি ৰখা যৌৱনটোত বান পানীৰ খলকনিৰ ঢল উঠিছিল। দোকোললটোকা পানীয়ে পাৰৰ কোমল মাটি কোনফালে ভাঙিব পাৰি তাক যেন পৰীক্ষা কৰি চাইছিল। কোমল পাৰতো বৰ্ত্তমানে মোহনেই আছিল বুলি অলকাই আলসতে ভাবিছিল।

ৰাতি অমৰেন্দ্ৰই সদায় শোৱা পালেঙখনত আজি অলকাই ইচ্ছা কৰিয়েই আগতে শুই আছিল। অমৰেন্দ্ৰই শুবলৈ বুলি আহি অলকাক তেওঁৰ বিছনাখনত শুই থকা দেখি বিমোৰত পৰি অকন থমক খাই সেইখিনিতে বৈ ইখনত শুবলৈ যাওঁতেই অলকাই উপ-যাচি অমৰেন্দ্ৰক তাইৰ লগতে শুবলৈ কৈছিল।



তাই আজি নিলাজভাৱে কামনাত উন্মাদ হৈ অমৰেন্দ্ৰক আহ্বান কৰিছিল। অমৰেন্দ্ৰৰো জীৱন পৰীক্ষা আজি হ'ব বুলি ভয়ত আতঙ্কিত হৈ উঠিছিল। অমৰেন্দ্ৰই এটা সৰু ল'ৰাৰ দৰে তাইৰ কাষতে শুই লাইটো নুমাই দিছিল।

অমৰেন্দ্ৰৰ মূৰৰ চুলিত অলকাই হাতৰ আঙ্গুলিবোৰ সুমাই সুমাই আলফুলকৈ হাত বুলাই দিদিল।

অমৰেন্দ্ৰই অলকাক শুই থাকিবলৈ কৈছিল। তাইৰ টোপনি খতি, তাইৰ স্বাস্থ্যৰ কাৰণে বৰ হানিকৰ বুলি কৈছিল। অলকাই এনে এলেহুৱা বিশ্ৰাম, দৰৱ পাটিৰ কোনো প্ৰয়োজনেই নাই বুলি অমৰেন্দ্ৰক সৰলভাৱে বুজাই দিছিল আৰু অমৰেন্দ্ৰক সুধিছিল।

"তুমি মোক কিয় বিয়া কৰাইছিলা?"

"তিৰোতা পুৰুষৰ একান্ত প্ৰয়োজন। ধুনীয়া তিৰোতা অভি-জাত্যৰ অলঙ্কাৰ।"

"এনেভাৱে কিয় অৱহেলা কৰিছা?"

"ওহো অকনো কৰা নাই।"

"স্ত্ৰী আৰু স্বামীৰ সম্বন্ধ কি?"

"মৰম-চেনেহ।"

"তাৰ প্ৰকাশ?"

"কামেৰে মানে তোমাৰ যি ইচ্ছা সকলো মোৰ পৰা পাবা ধন-সম্পদ সকলো।"

"মোক সেইবোৰ একো নালাগে।"

"তোমাক কি লাগে?"

"নাৰীৰ মৰ্য্যাদা আৰু যৌৱনৰ সাৰ্থকতা? তাকো নাজানা নেকি।"

"জানিলেও মোৰ জীৱনৰ এটা ডাঙৰ প্ৰশ্ন। অন্য এদিন কম।"

"মই যদি অন্য পন্থা অৱলম্বন কৰো?"

'তেনেকুৱা হ'লে মোৰ ডাঙৰ ঈৰ্ষা হব আৰু সেই ঈৰ্ষাত কোন ভস্মীভূত হয় তাকো কব নোৱাৰো।"

"মোক এজনৰ বুকুৰ পৰা কিয় কাঢ়ি আনিলা" বুলি তাই হঠাৎ সুধিব খুজিও ৰৈ গৈছিল। কিছুপৰ তাই নিতাল মাৰি পৰি আছিল। এবাৰ হঠাৎ এজনী উন্মত্ত ভূকিয়া বাঘিনীয়ে চিকাৰৰ ওপৰত জাপ মাৰি পৰাৰ দৰে পৰি অমৰেন্দ্ৰক জোৰে সাৱটি ধৰিছিল যতে ততে কামুৰিছিল, অমৰেন্দ্ৰৰ কোনোবা এচুকত নীৰবে শুই থকা কামনাটোক তাই জগাই দিবলৈ বহুত পৰ চেষ্টা কৰি শেষত ভাগৰি পৰিছিল। কামনাৰ পৰিতৃপ্তি বিচাৰি অমৰেন্দ্ৰক লেউসেউ কৰিছিল। অমৰেন্দ্ৰই অলকাক শুই থাকিবলৈ কৈ নিজেও শুবলৈ যত্ন কৰিছিল। অলপ পিছত অমৰেন্দ্ৰ ঘোঁৰঘোঁৰাই শুই পৰিছিল।

অলকাই নিজৰ বিছনাখলৈ গুছি আহিছিল তাইৰ ফোপনি উঠিছিল। যৌৱনটো নিস্ফল হৈ গ'ল বুলি ভাবি অব্যক্ত অন্তৰ্দাহত তাইৰ বুকুখন ছিড়িলা ছিড়িলকৈ কলপাত ফলাৰ দৰে ফালিছিল। মাক-বাপেকক অভিসম্পাত দিছিল। জীৱনৰ আৰম্ভণিৰ পথতে তাইৰ কানিমুনি লাগিছিল। তাইৰ জীৱনৰ ২১ মাইল পষ্টটো পাই কোনফালে যাম বুলি ভাবি ভাবি চাৰিওঁফালে অন্ধকাৰ, কলা মেঘ ঢেৰেকণিৰে গমগমাই থকা আকাশখন দেখিছিল। পৃথিৱীৰ বুকুৰ প্ৰলয়ঙ্কৰী বতাহ-ধুমুহাৰ বা'মাৰলিৰ মাজত তাই যেন সোমাই পৰিছিল।

তাইৰ অতীত জীৱনটো তাইৰ চকুৰ আগত ভাঁহি উঠিছিল। তাই আলফুলকৈ ডাঙৰ হৈছিল। এজন ধুনীয়া বলিষ্ঠ ডেকাক তাই সৰুৰে পৰা জীৱন লগৰীৰূপে কল্পনা কৰি আহিছিল। পিঃ উঃ পাছ কৰি তাই প্ৰফেচাৰ প্ৰশান্তক লগ পাইছিল। দুবছৰ তাই তেওঁৰ গাঢ় প্ৰণয়ত কটাইছিল। প্ৰশান্তৰ সবল বাহু বন্ধনত তাই চিৰ জীৱন কটাম বুলি দৃঢ়ভাৱে ভাবিছিল। যৌৱনৰ



উত্তাল তৰঙ্গৰ নাচোনত দুয়ো নাচি উঠিছিল। তাই বামুণী ছোৱালী আৰু প্ৰশান্ত কায়স্থ হোৱা সত্বেও দুয়ো অসবৰ্ণ বিবাহকে কৰাম বুলি কিমান বুদ্ধি পাঙিছিল। হঠাৎ তাইৰ জীৱনৰ ছন্দময় কবিতাটো কোনোবাই ডোখৰ ডোখৰকৈ কাটি পেলাইছিল।

প্ৰশান্তৰ বুকুৰ পৰা কাঢ়ি আনি তাইৰ মাক-দেউতাকে এটা জড়পদাৰ্থৰ হাতত তাইক গটাই দিছিল। অভিজাত্যৰ মৰ্য্যাদাৰ মোহত তাইক বলি শালৰ কাঠত তুলি দিছিল। তাইৰ মনটো বিদ্ৰোহী হৈ উঠিছিল।

মনটো নিস্ফলতাতে গৰজি উঠিছিল। প্ৰতিশোধৰ ধ্বনি এটা তাইৰ অন্তৰত সঘনে প্ৰতিধ্বনিত হৈছিল যদিও চাৰিওফালে তাইক অগ্নিগড়ে আগুৰি থকা তাই দেখিছিল।

তাই জোৰেৰে হেঁচি ৰখা কামনাৰ উত্তেজনা, উদবাউল হৈ উঠিছিল।

তাই পৰিতৃপ্তি নাপালে বলিয়া হোৱাৰ দৰে লাগিছিল। কামনাই তাইক সৌকাৰে চাটৌপ চাটৌপকৈ কোবোৱা যেন গম পাইছিল, তাই এজনী কামনা উন্মতা মাতঙ্গনীৰ দৰে এটা কাম-মদদত্ত মাতঙ্গ বিচাৰিছিল। চাৰিওফালে তাই শূন্যই দেখিছিল। আৰু তাইৰ আগত এটা অভিজাত্যৰ মৰাশ ঘোঁৰঘোঁৰাই শুই আছিল।

অলকাই ফিন্দখাই উঠা নিতোল শৰীৰৰ ভাজবোৰৰ ওপৰত নিজে হাত বুলাই দিছিল। সেইবোৰে গভীৰ দুখত কন্দা যেন তাই অনুভৱ কৰিছিল।

গাৰসাৰে ভৰিতসাৰে উঠি তাই পেটিকোটতো পিন্ধি এবাৰ অমৰেন্দ্ৰৰ গভীৰ টোপনিটো পৰীক্ষা কৰি চাইছিল। নিশব্দে দুৱাৰখন মেলি সাৱধানেৰে ছিড়িটোৰে তলৰ মহলালৈ তাই নামি গৈছিল। তাই তলৰ দীঘল বাৰান্দাখন পাৰ হৈ মোহন শোৱা কোঠাটোৰ দুৱাৰখনৰ আগত নিৰলে কিছুপৰ ৰৈ কিবা এটা

আলেখ-লেখ চাইছিল। তুৱাৰখনত তুটামাম টোকৰ মাৰিছিল। ভিতৰৰ পৰা এটা গলখেকাৰিৰ আৱাজ শুনি তাই তুৱাৰখন মেলি ভিতৰলৈ সোমাই গৈছিল। তাই তুৱাৰখনৰ হুকটো ভিতৰৰ পৰা বন্ধ কৰি দিছিল। তাই ফুচফুচাই মাতিছিল।

"মোহন।"

"বাইদেউ।"

ঘৰৰ ভিতৰত তুটা চোৰে কথা পতাৰ দৰে সিঁহতে কথা পাতিছিল।

"বাইদেৱে সদায় দামী কোমল বিছনাত শোৱা মানুহহেনো টান তক্তাখনত কেনেকৈ শুব?"

"মই ভীষণ টান বস্তুহে ভাল পাওঁ মোহন। পালেঙখন মোৰ কাৰণে শৰশয্যাহে।"

"তোৰ পত্নীলৈ মনত পৰিছে নেকি?"

"বাইদেউৰ গাতে পত্নীজনী সোমাই আছে?"

তুয়ো চেপি চেপি হাঁহিছিল। ৱাল ক্লকটোত বাৰটাৰ কোব পৰিছিল। তুয়ো বিভোৰ হৈ নিশাটো কটাইছিল।

ঢল পুৱা হোৱাৰ আগতে অলকা মোহনৰ কোঠাটোৰ পৰা খুব সাৱধানেৰে ওলাই আহি নিজৰ বিছনাত শুই আছিলহি।

গভীৰ পৰিতৃপ্তিত তাইৰ লালকাল টোপনি আহিছিল। তিনি-মাহ টোপনি বঞ্চিতা হৈ এই দামী পালেঙখনত তাই অস্থিৰ হৈ কটাইছিল। তাইৰ যৌৱন ঘোঁৰাটোৱে লৰি আহি আজিহে যেন অকন বিশ্ৰাম লৈছিল।

অলকা ৰাতিপুৱা বহুত পলমকৈ শুই আছিল। তাই সাৰে উঠোতে অমৰেন্দ্ৰই কৈছিল।

"ৰাতি তোমাৰ গভীৰ টোপনি। দৰবে বেছ কাম দিছে। ডঃ শৰ্ম্মা সঁচাকৈয়ে এজন বিজ্ঞ চিকিৎসক।" অলকাই ৰহস্যৰে মাথো হাঁহিছিল।



অমৰেন্দ্ৰ ক'টলৈ যোৱাৰ আগতে এবাৰ আকৌ অলকাক কৈছিল, "তোমাক আজি বেছ প্ৰফুল্লিত দেখা গৈছে! 'ডুৰাণ্টৰ ষ্টৰি অফ্ চিভিলাইজেচনখন" পঢ়ি শেষ কৰিবা, বহুত জানিব-লগীয়া কথা আছে।

অমৰেন্দ্ৰ ওলাই গৈছিল।

অলকাই তুপৰীয়া অলসভাৱে এনেয়ে কিতাপ এখন চাই চাই ওপৰলৈ মূৰ কৰি শুই আছিল। আৰামতে তাই বাওঁ ভৰিটো অকন অকন লৰাই আছিল। যোৱা ৰাতিৰ তৃপ্তিৰ সুখটো তাইৰ অঙ্গত এতিয়াও শিহৰণৰ কম্পন তুলি আছিল। তাৰ কথা মনত পৰি তাইৰ কামনাটো আকৌ ফিন্দ খাই উঠিছিল।

তাই মানুহ জাতিৰ সভ্যতাৰ কথা ভাবি পাইছিল। আদিম বাসনা আৰু কামসম্ভোগৰ আদিম লিপ্সা লাখ বছৰৰ আগত যেনেকৈ আছিল ঠিক সেইদৰেই আজিও আছে!

যোৱা কালিৰ ঘটনাৰ স্মৃতিবোৰ মন্থন কৰি তাই সন্তোষেৰে ভাবিছিল।

"পুৰুষ হিচাপে কোন শ্ৰেষ্ঠ অমৰেন্দ্ৰ নে মোহন? মোহনৰ আনক অফুৰন্ত আনন্দ দিব পৰা ক্ষমতা উভৈনদী হিচাবে আছে আৰু অমৰেন্দ্ৰৰ ধন আৰু অভিজাত্যৰ বাহিৰে কি আছে? এটা অপদাৰ্থ মানুহ। মোক গড়ালত চিৰিয়াখনাৰ জন্তুৰ দৰে চাই থাকিবলৈ হে যেন ৰাখিছে। চাই থকাৰ ইমান হেপাহ। মই আন পথ ললে ঈৰ্ষাত ভস্মীভূত হব বুলি মোক সৰু ছোৱালী এজনীক ভয় খুৱাৰ দৰে ভয় খুৱায়?

মোহন হব নোৱাৰিছে অশিক্ষিত গাৱলীয়া? জীৱনৰ মূল্য-বোধ তাৰ কিমান বেছি? সুন্দৰভাৱে জীৱন উপভোগ কৰিব জানে। তাৰ অন্তৰখন ৰহস্যৰে পূৰ্ণ। তাক বৰ ভোদা বুলি ভৰিছিলো বেছ খৰটকীয়া আৰু চালাক-চতুৰ। টিপতে কথা গম পায়!"

এই ঘৰত মোহন আৰু অলকাহঁতৰ ঘৰৰ সেই তাহানি খনৰ চাকৰ চন্দন।

চন্দন সিহঁতৰ বহুত দিনীয়া চাকৰ। তাৰ ১৮ বছৰ বয়সতে টকাৰ সুদত তাৰ বাপেকে অলকাহঁতৰ ঘৰত তাক থাকিবলৈ তাৰ দেউতাকে গটাই দিছিল।

তেতিয়া অলকাৰ বাৰ বছৰ আছিল। তাই সকৰে পৰাই যৌন জীৱনৰ বহুত কথাই জানিছিল।

চন্দনে এদিন অলকাৰ অবিবাহিত বায়েকৰ লগত ৰাতি একেলগে শুই আছিল। অলকাই পিছত দুয়োবো কথা আলেঙে আলেঙে গম লৈ সকলো বুজি বায়েকক এদিন এই কথাটো কৈছিল। অলকাক মাক দেউতাকক এই কথাবোৰ নকবলৈ বায়েকে তাইক বৰ অনুনয়-বিনয়কৈ কৈছিল। বায়েকক তাই বিপদত পেলোৱাৰ ইচ্ছা তাইৰ অকণো নাছিল বৰঞ্চ সিহঁতৰ কামটোৰ প্ৰতি তেতিয়াই এটা প্ৰকাণ্ড ৰহস্যবোধ হৈছিল। চন্দনক এদিন অকলে কথাৰ চলেৰে কামটোৰ বিষয়ে তাই সুধিছিল। চন্দনে তাইক হাতে কলমে কামটো বুজাই দিছিল। অলকাৰ মুখ সি সেইদৰেই বন্ধ কৰিছিল। সুবিধা আৰু চল বুজি চন্দনে অলকাৰ বায়েকৰ লগত সেইদৰে প্ৰায়ে নিৰলে সঙ্গম সুখ লভিছিল আৰু মাজে মাজে কেবাবছৰলৈকে অলকাৰ লগতো লুকাচুৰিৰ খেলখন চন্দনে খেলিছিল।

চন্দন আৰু মোহনৰ দৰে স্বাস্থ্যবান ঘৰুৱা চাকৰবোৰে ধনীৰ দুলালীবোৰৰ জীৱনত অফুৰন্ত আনন্দ দিব পাৰে বুলি অলকাই সৰুৰে পৰাই জানিছিল। তাইৰ লগত পঢ়া বহুত বান্ধৱীৰ পৰাও এই ৰহস্যজনক ঘটনাটো তাই প্ৰায়ে শুনিছিল।

কালিৰ ঘটনাটো তাইৰ কাৰণে কোনো অস্বাভাৱিক নাছিল বা অনুতাপৰ লেশমানো তাই অনুভৱ কৰা নাছিল বৰঞ্চ এটা গভীৰ তৃপ্তি আৰু শান্তিহে তাই পাইছিল আৰু অভাৱৰ দুৰ্দান্ত চিন্তাৰপৰা



হাত সাৰি তাই এটা জীৱন ভৰি যোৱা আনন্দহে পাইছিল। দূৰৈৰ বৌ-বৰালীৰ অভাৱৰ চিন্তাটো মোহনে ইমান সহজে তাইৰ নাইকীয়া কৰাৰ কাৰণে মোহনৰ বাহু বন্ধনত সোমাই পৰিবলৈ তাই আকৌ অসংযত হৈ পৰিছিল।

এনেতে খুনলুঙ আয়াই একপ্লেট আপেল, গোলাপজল আৰু বৰফ দি অলকাৰ আগত থকা টিপয়খনত থবলৈ আহোঁতেই অলকাই খুনলুঙক এবাৰ ভালকৈ চাইছিল। খুনলুঙ তাইৰ দৰে কাণ সমনীয়া গাভৰু, যৌৱনো তাইৰ দৰে পাৰভঙা।

অলকাৰ তাইৰ প্ৰতি সহানুভূতি হৈছিল। খুনলুঙৰ যৌৱনটো লোকৰ পৰিচৰ্যাতে শুকাই মৰহি যোৱা দেখি তাইক ৰহস্যৰে অলকাই সুধিছিল।

"খুনলুং।"

"মেমচাব।"

"তই জীৱনটো এনেকৈ কটাবি নে?"

"মেমচাবে ভাল কথাবোৰ সোধে!"

"কিয়?

"কিয় এনেকৈ কটাম, আপুনি আজিলৈকে এই কথাটোকে বুজা নাই নে? বুঢ়ী আয়াক জানো কৰবাত ধনী মানুহে ঘৰত ৰাখে?"

"ওহো" জানে যদিও অলকাই এনেয়ে কৈছিল।

"যৌৱনতে টকা উপাৰ্জ্জন নকৰিলে কেতিয়ানো কৰিম?"

"আয়াগিৰি কৰোটো তেনে তইঁতৰ দেখুৱাই কৰা কাৰবাৰহে। যৌৱনৰো ব্লেকমাৰ্কেত কৰ।"

"গোটেই দুনিয়াখনেই ব্লেকমাৰ্কেত কৰিছে যেতিয়া, গাভৰু ডেকাই ব্লেকমাৰ্কেত নকৰিব নে?"

"দৰ্ম্মহা যিটো পাৰ, দেখোন নিচেই তাকৰ।"

দৰ্ম্মহাটো দেখুৱাইহে লোৱা, এনেয়ে ফাউৰ পইছা—উপাৰুৱা ভাবে বহুত পোৱা যায়।"

"মানে ?"

"মানে যৌৱনটোৰ কাৰণে ভালেমান ব্লেকমাৰ্কেতৰ টকা ডাঙৰ মানুহৰ পৰা ।

"আয়াগিৰি এক ডলিতে দুটা চৰাই বধ ।"

"কেনেকৈ ?"

"যৌৱন উপভোগ আৰু টকা ।"

"তইনো আমাৰ ঘৰৰ পৰা কিটো পাৱ ?"

"বেৰিষ্টাৰ চাহাব খুব ভাল মানুহ ?"

"তেনে ?"

"তেনে আকৌ ? বৰ ডাঙৰ কথা সুধিছে ? কেনেবাকৈ ওলালে মোৰ চাকৰিয়েই খটম হব ।"

"কিন্তু তোৰ যৌৱনটোক কোনেও সতকাই খটম কৰিব নোৱাৰে, বাৰু ক'চোন, মই কাকো নকওঁ ।"

"প্ৰায় দুমাহৰ পিচে পিচে মই ইয়াত কিছুদিন নাথাকো ।"

"কলৈ যাৱ ?"

"আপুনি আজিলৈকে নাজানে ?"

"ওঁহো ।"

"বেৰিষ্টাৰ চাহাব পাপাকৰ লগত কিছুদিন থাকিব লাগে ?"

"তাৰ বাবে তই কি পাৱ ?"

"এটা টিপত মোৰ বহুত লাভ হয় ?"

"এনেকৈ জীৱনটো কটাবিনে ?"

"কিছু পইচা জমা হ'লে মই ভাল পোৱা ডেকাটোক বিয়া কৰাম ।"

"সি ক'ত থাকে ?"

"চেৰাপুঞ্জিত ।"

অলকাই আঙুৰ এটা লৈ ধীৰে ধীৰে চুপিছিল । তাইৰ দেউতাকৰ কথাবোৰো মনত পৰিছে । অমৰেন্দ্ৰৰ পাপা আৰু তাইৰ দেউতাক



দুয়োজন বুঢ়াৰ গাভৰুৰ আয়া নহ'লে জীৱনটো নচলে বুলি তাই ভাবিছিল ।

আজি মাথো এবছৰৰ আগৰ কথা । সিহঁতৰ ঘৰত এজনী গাভৰু আয়া আছিল "ৰজমেৰি ।" ৰজমেৰি পৰ্ব্বতৰ ৰৌজেই আছিল । অলকাৰ দদায়েকহঁতে এই ৰজমেৰিক লৈ কিমান কি নকৰিছিল । এদিন ৰাতি ৰ'জৰ কোঠাৰ পৰা তাইৰ দেউতাক ওলাই আহোঁতে তাইৰ মাকে তেওঁক ধৰা পেলাই কিমান যে কাজিয়া কৰিছিল ! মাকে আত্মহত্যা কৰিবলৈও ওলাইছিল । অলকাই মাকৰ লগতে চকুপানী টুকি টুকি মাকক কিমান বুজাইছিল, কিমান যে সান্ত্বনা দিছিল ।

কিছুদিন পাৰ হৈ গৈছিল ।

অলকা আৰু দেখনিয়াৰ হৈ পৰিছিল ।

অলকা সুস্থ আৰু প্ৰফুল্লিত হোৱাৰ কাৰণে অমৰেন্দ্ৰই এদিন শনিবাৰে তেওঁৰ বিশিষ্ট ধনী ডেকা বন্ধু-বান্ধবী সকলক এটা "ডিনাৰ" দিছিল ।

আঢ়ৈশ দৰ্মহা পোৱা অমৰেন্দ্ৰৰ গোৱেনিজ কুকটোৱে সেইদিনা চুকহা, চপ, কাটলেট; টাৰ্কি কুকুৰাৰ ৰস্ত, কাবাব, কালিয়া, পোলাও বিশেষভাৱে তৈয়াৰ কৰিছিল ।

সকলোৱে তৃপ্তিৰে খাই খাই বান্ধনীক প্ৰশংসা কৰিছিল ! ৰান্ধনীক বখনাৰ কাৰণে অমৰেন্দ্ৰৰ অভিজাত্যৰ গৰ্ব্বৰে বুকুখন ফিন্দ খাই উঠিছিল ।

কাটা চামোচেৰে টেবুলত খাই খাই তেওঁলোকে পৃথিবীৰ বিখ্যাত সৌন্দৰ্য্যবোৰৰ আলোচনা কৰিছিল । প্ৰায় কিজনেই আমেৰিকা, বিলাত ফেৰত আছিল । মিঃ ফুকনৰ কথাতে অশোক বৰুৱাই একমত হৈ কৈছিল, "দিচ ইণ্ডিয়া ডেট্ ইজ ভাৰত ইজ এন ইন-

ভেৰিটেবল হেল। মষ্ট আনকালচাৰদ, লেণ্ড ইন দি ওৰ্ল্ড। আৰু এই গুৱাহাটী, মানুহনো ইয়াত থাকে নে?"

মিঃ ফুকনে কৈছিল, "মহ, দুৰ্গন্ধ, ৰাস্তাৰ মাজত একোটা পুখুৰী লৈয়ে এই গুৱাহাটী! কোনো সৌন্দৰ্য্যই গুৱাহাটীত থাকিব নাপায়।"

মিঃ বৰুৱাই কৈছিল, "আচলতে, এই ভাৰতত কোনো ডিচেণ্ট মানুহ থাকিব নাপায়?"

মিঃ ফুকনে মাজতে কৈছিল, "আমাৰ মিঃ অমৰেন্দ্ৰ বৰুৱা ইজ এ লাকি চেপ মিচেছ অলকা বৰুৱা এ ৰিয়েল বিউটি, তেওঁক-লৈয়ে এইবোৰ পলিটিকচ পাহৰি আছে, ৰক্ষা।"

ওৱাজিৰে কৈছিল; "সেই কাৰণে মই মিচেছ বৰুৱাক অনুৰোধ কৰো তেওঁ চুইজাৰলেণ্ডত এমাহ থাকি আহকগৈ।

এডোখৰ কুকুৰাৰ মঙহ তেওঁ মুখত ভৰাই যেন দুখেৰেহে কৈছিল। কথা কওঁতে তেওঁ মোকমোকাই উঠিছিল।

মিঃ কাকতিয়ে কাটা চামোচেৰে প্লেটত ডাঙৰ মঙহ হাড়ৰ পৰা মাংস খিনি এৰুৱাবলৈ যত্ন কৰি কৈছিল, "অমৰেন্দ্ৰৰ অকলে কি গতি হব?"

ধনীয়া অবিবাহিত ডেকা চৌধুৰী অলকাৰ ওচৰতে বহিছিল। তেওঁৰ বাউসীৰ অলকাৰ বাউসীত লাগি আছিল। অলকাৰ ৰূপ প্ৰশংসাৰ দৃষ্টিৰে চাই তেওঁ কৈছিল, "মিচেছ বৰুৱা চুইজাৰলেণ্ড খন চাই আহকগৈ না।"

"তোমাৰ লগত নে মিঃ অমৰেন্দ্ৰৰ লগত", মিঃ ফুকনে কৈছিল।

"ব্যক্তিগত স্বাধীনতাত কোনেও হস্তক্ষেপ কৰিব নোৱাৰে, কনষ্টিটিউচন অব ইণ্ডিয়া ডেট্ ইজ ভাৰতত কি আছে?"

মিঃ কাকতিয়ে আকৌ কৈছিল, "হয়টো চীন, পাকিস্থানে গুকম গুকম কৰিছে তাৰ আগতে চুইজাৰলেণ্ডলৈ যোৱাই ভাল! সকলোৱে "চিডিচিয়চ চিডিচিয়চ" ৰাজদ্ৰোহী ৰাজদ্ৰোহী কৈ কৈ চিঞৰিছিল আৰু উচ্চৰোলত হাঁহিছিল।



অলকাৰ লাজ লাজ ভাব এটা হৈছিল আৰু চৌধুৰীক কেবাবাৰো চাইছিল।

এই উচ্চৰোলৰ মাজতে দুয়ো যেন চুম্বকৰ দৰে পৰস্পৰে পৰস্পৰক আকৰ্ষিত কৰিছিল।

খোৱাৰ প্ৰথম উগাৰটো সকলোৱে আহিছিল। টাওৱেলেৰে মুখবোৰ মচি মচি দ্বিতীয় উগাৰটোৰ কাৰণে তেওঁলোকে আকৌ খোৱাৰ কাৰণে সাজু হৈছিল। খানচামা, বাবুৰ্চ্চিয়ে আগত নতুন ডিচ আৰু কাটা চামোচ দিছিল। দ্বিতীয় খানা সিহঁতে আলহীৰ আগত ট্ৰেত দাঙি ধৰিছিল।

তেওঁলোকে বেলেগ তৃপ্তিৰে খোৱা আৰম্ভ কৰিছিল। চৌধুৰীয়ে অলকালৈ চাই চাই হাঁহিছিল, অলকাজনীয়েও লোভ লগাকৈ তেওঁলৈ চাইছিল।

সকলোৱে মোগলিক পোলাও আৰু শেষত পুডিং খাই শেষ উগাৰবোৰ মাৰিছিল।

ৰাতি কিছুপৰ হৈছিল। খোৱা লোৱা শেষ কৰি নব-দম্পতি অমৰেন্দ্ৰ আৰু অলকাক অশেষ ধন্যবাদ দি অতিথি সকল বিদায় লৈ গৈছিল। যাবৰ সময়ত ডেকা চৌধুৰীয়ে অলকাৰ হাতত থকা সৰু ট্ৰেখনৰ পৰা দুটামান ইলাচি লৈ অলকাক সৰুকৈ কৈছিল, "আপুনি সচাকৈয়ে সুন্দৰ।"

অলকা লাজত ৰঙা পৰি ধুনীয়াজনী হৈছিল আৰু চৌধুৰীলৈ বেকাকৈ চাই সৰুকৈ হাঁহি এটা মাৰিছিল।

অলকাৰ বহুত পৰলৈকে টোপনি ধৰা নাছিল। অলকাৰ মনত ডেকা অবিবাহিত মিলিটেৰী অফিচাৰ চৌধুৰীৰ ধুনীয়া মুখখন বাৰে বাৰে মনত পৰিছিল।

"আপুনি সচাকৈয়ে সুন্দৰ" এই কথাৰ সোৰ'ৰণত অলকাৰ মনটো ভৰি-পৰিছিল। এনে ভোজখাওঁতাক নিতৌ তেওঁ ভোঁজ খুৱাইও সন্তোষ লাগে বুলি ভাবিছিল।

বিলাস ভোজনৰ পিছত তাইৰ মনত কাৰোবাক সাৱটি লোৱাৰ মৰম এটা মনত বৰকৈ আহিছিল। তাই উঠি অমৰেন্দ্ৰক ভালকৈ এবাৰ চাই তলৰ মহললৈ নামি গৈছিল।

মোহনৰ কোঠাটোত সোমাই দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিছিল। মোহনক টোপনিত জগাই দিছিল। সি বহুতপৰ গেথেলা মাৰি অলকাক মাতবোল নকৰাকৈ আছিল। অলকাই ৰহস্যবোধ কৰিছিল। তাক কিলাকটিত সুৰসুৰাই দি সুধিছিল।

"মোহন।"

"কিয় কয়।"

"কি হ'ল? কিবা ওকন্দা লাগিল নেকি?"

"মাতবোল কৰিলে নো কি হব?"

"উৱা, কি হ'ল?"

"ডাঙৰ মানুহৰ লগত আমাৰ দৰে খুদপানীৰ এইবোৰ আৰু নুসুৱাই।"

"ভালকৈ কচোন?"

"বাইদেউৱে বুজিছেই।"

"কথাটো ভাঙি পাতি কচোন।"

"কথাটো ভাঙি পাতি কবলৈ একো নাই।"

"নহয়, তোৰ নিশ্চয় কিবা এটা হৈছে, ভালকৈ ক।"

"ভালকৈ কবলৈ কিটো আছে। মোৰ সেই চৌধুৰীপাতক দেখিবৰ মন নাযায়।"

"কিয়?"

"মিলিটেৰীত 'বিচৰোৱাচ' নাই!"

"তেওঁ মোক কি কৰিছে।"



"কৰিছে নহয় কৰিলেই।"

"ভালকৈ ক'চোন।"

"এবাৰ সি আমাৰ খুনলুঙ আয়াক থপিয়াইছিল।

"মানে?"

"এদিন কৰবাত ৰাখিছিলগৈ?"

"কেতিয়া।"

"আপোনাৰ বিয়াৰ কিছুদিন আগতে। তেতিয়া তেওঁ আমাৰ ইয়ালৈ আহ-যাহ কৰিছিল।"

"সেইটো নো কি কথা, তয়ো দেখোন মোক থপিয়াইছ।"

"আইদেউৱে মোকেহে থপিয়াইছে।"

"কেনেকৈ?"

"পত্নীৰ পৰা।"

"অ' আই সঁচাইনে!"

"ও সঁচাকৈয়ে— আকৌ।"

"আজিৰ পৰা তেনে তোৰ লগত সকলো বাদ।"

"বাইদেউৱে যদি মোৰ নিচিনা "খুদপানীৰ" পৰা অকণ সন্তোষ পাইছে— বাইদেউক বঞ্চিত কৰিলে মোক পাপেহে চুব।"

"তই বৰ সাংঘাতিক। তয়ে মোক তোৰ চাহাবৰ ওচৰৰ পৰা থপিয়াই আনি আকৌ মোৰেহে বদনাম কৰ।"

"বাইদেউকো এতিয়া এই চৌধুৰীপাতে থপিয়াইছে।"

"তই কেনেকৈ জানিলি।"

"তাক বাইদেউৱে আসৈ দিয়াটো নিজে দেখিছো।"

"হু। তোৰ বৰ চকু পাই।"

"সেই কাৰণে মই বেয়া পাইছো।"

"তই কেনেকৈ বুজিলি বাৰু?"

"এটা ডমৰাই চোৱাদি সি নিৰ্গতে বাইদেউলৈ চাইছিল।"

"তই তেনে মোক অকলেহে বিচাৰ?"

"পিৰিতিৰ ভাগ হ'লেই খুব জখম হয়। পিৰিতত ডাঙৰ-সৰু নাই। দোচোৰাই চৌধুৰীক সুদায় নেবে।"

"তই দেখোন বৰ কথা কৈছ ?"

"আপোনাক আনে থপিওৱা দেখিলে মোৰ গা বেজবেজাই যায় গৈ বাইদেউ।"

"ধেৎ বলিয়াটো। ধনী মানুহৰ ঘৰৰ চাল-চলনবোৰ তই এতিয়াও নুবুজিলে নে ? তহঁতৰ দৰে ডেকা চাকৰবোৰ নহ'লে সিহঁত এদিনো চলিব নোৱাৰে। আমি ডাঙৰ বুলি দেখুৱাবলৈ চৌধুৰী-হতঁৰ দৰে এপালৰো দৰ্কাৰ।"

"মোক নহ'লে আপুনি চলিব নোৱাৰিব নে ?"

"এদিনো নোৱাৰো পাই।"

"প্ৰমাণ ?"

"তাৰ প্ৰমাণ— তোক এদিন কৈছিলো— তোক এটা নভবা পুৰষ্কাৰ দিম ?"

"সেইটো নো কি আকৌ ?"

"ৰায় বাহাদুৰ মহানন্দ বৰুৱাক জান ?"

"এটো আকৌ।"

"তেওঁ কাৰ পুতেক, জান ?"

"জানো ?"

"তেওঁ চাকৰৰ ল'ৰাহে আছিল।"

"কেনেকৈ ?"

"তেওঁৰ দেউতাকৰ— দ্বিতীয় পত্নীৰ লগত এটা ডেকা চাকৰৰ সম্বন্ধ আছিল।"

"ঐ আই— কি কয় ?"

"ও বহুত ধনীৰ ঘৰত দুখীয়া চাকৰৰ সন্তান ওপজে ?"

"সিহঁতৰ ল'ৰাবোৰ দুখীয়া হৈ থাব নে ধনী হৈ।"

"হোমৰ গুৰিত বহাটোৰ দৰে ধনী হৈ থাব।"



"তেনে বঢ়ীয়া কথা। ৰঙা টুপি পিন্ধা খেতবোৰ ওলাইছে নহয়।"

"ও।"

"সিহঁতে ধনী-দুখীয়াক সমান কৰাৰ কথাটো বৰ যহাই।"

"ও।"

"সিহঁতে দেখোন এনেকৈ ধনীৰ ঘৰত দুখীয়াৰ সন্তান নোপাজাই নো কেলেই হিঃ হিঃ।"

"সময়ত সকলো সমান হব। বাৰু সেইবোৰ বাদদে। তোলৈ বৰ মৰম লাগিছে।"

"কেলেই।"

"তোৰ পুৰষ্কাৰটো কথা ভাবি।"

"সেইটো বেগাই ভাঙি-পাতি কওঁকচোন ? দুৰ্কপলীয়াৰ ইমান-খন ভাইগ নে ?"

"তোৰ সঁচাকৈয়ে ডাঙৰ ভাগ্য। তোৰ লগত আজি চাৰি মাহ এই দৰে নহয় জানো ?"

"প্ৰায় সিমানেই। পিছে খুনলুঙৰ অলপ চকু পৰিছেই। তাই বেটিয়ে মোৰ লগত কেতিয়াবাই ঠাট্টা-মস্কৰাও কৰে।"

"তিনি মাহ হৈছে।"

"মই এমাহ দুমাহ এইবোৰ বুজা নাই বাইদেউ ?"

"অকঁৰাটো।"

"তেনে ?"

অলকাই ফুচফুচাই কাণে কাণে মোহনক কিবা কৈছিল।

"সঁচাকৈয়ে বাইদেউ।"

"ও তোৰে হব ?"

"হক তেৰ।"

"মোক এটা ডাঙৰ অপবাদৰ পৰাও আজীৱন ৰক্ষা কৰিলি।"

"সেইটো কি আকৌ ?"

"বাজি- তিৰোতাক সকলোৱে ঘিণ কৰে। পুৰুষৰ দোষবোৰ কোনেও নেদেখে।"

"পিছে বাইদেউ; পুৰস্কাৰটো চাহাবৰহে হব।"

"হ'লেও তোৰ সি ৰায়বাহাদুৰ মহানন্দ বৰুৱাই হব।"

মঙ্গলবাৰৰ দিনা, দিনৰ দুটামান বাজিছিল। অলকাই ডাঙৰ আয়না খনৰ আগত বহি মুখত এটা পাতল প্ৰসাধন কৰিছিল। চেহেৰাটো চাই চাই কপালে-মুখে পৰি থকা কেকোঁৰা চুলিবোৰ ঠিক কৰি লৈছিল। দুডালমান বেঁকাকৈ ৰাখি কপালৰ আগত হাতৰ তলুৱাৰে চেপি চেপি দিছিল। এনেতে খুনলুঙ আহি এখন ভিজিটিং কাৰ্ড দিছিলহি। কাৰ্ডখন অলকাই চকু ফুৰাই চায়ে মিছিকৈ এটা সৰু হাঁহি মাৰিছিল। নতুন ডিজাইনৰ আকাশ ৰঙৰ শাড়ী এখন পিন্ধি ড্ৰইং ৰুমলৈ ওলাই গৈছিল। অলকাৰ গাৰ পৰা ফিৰফিৰীয়া সুগন্ধ এটা বিয়পি পৰিছিল।

অলকা কোঠাটোলৈ সোমোৱাৰ লগে লগে ডেকা চৌধুৰীয়ে বহা চফাখনৰ পৰা উঠি অলকাক বিনয় অভিবাদন কৰি, অলকা নবহালৈকে থিয় হৈ আছিল। অলকাইও বিনীতভাৱে তেওঁক বহিবলৈ কৈ নিজেও এখন চোফাত বহিছিল।

"বহক বহক।"

"হয়, অশেষ ধন্যবাদ।"

অলকাই চৌধুৰীক মিলিটেৰী ইউনিফৰ্মটোৰ সৈতে আজি বৰ ধুনীয়া দেখিছিল।

পোছাকৰ সৈতে চৌধুৰীৰ ব্যক্তিত্ব সম্পূৰ্ণ ফুটি ওলাইছিল। ক্লাৰ্ক গেবল টাইপ, গোফত বাওঁহাতৰ তৰ্জ্জনীৰে চৌধুৰীয়ে কোমলকৈ হাত বুলাই দিছিল। চৌধুৰীয়ে কৈছিল, "আপোনাক অসময়ত আমনি দিয়াৰ কাৰণে ক্ষমা কৰিব।"

"আপোনাৰ কাৰণে সদায় মুকলি দুৱাৰ। আপুনি বেৰিষ্টাৰৰ ইমান ডাঙৰ বন্ধু।"



"নতুন মিলিটেৰী কেম্প এটা আঠগাওঁত আৰম্ভ কৰা হৈছে। এনেয়ে থাকি আমনি লাগিছিল।"

"অকনো আমনি নাপাওঁ। আপোনাৰ দৰে অভ্যাগতক অভ্যৰ্থনা কৰা সৌভাগ্যৰ কথা।"

"মিচেছ বৰুৱাই শুৱলাকৈ কথা কব পাৰে।"

"কিন্তু সোৱাদো নহয়। শুৱলাৰ লগত সোৱাদো থাকে ?

"বাৰু বাৰু তাৰ আগত চাহৰ সোৱাদকে লওকচোন, তাতে এতিয়া টি টাইম।"

"নিশ্চয়, অশেষ ধন্যবাদ।"

অলকাই টেবুল বেলটো টিপিছিল, বেয়াৰা ওলাই অহাত তাক চাহৰ হুকুম দিছিল।

চৌধুৰীয়ে চোফাখনত আৰামেৰে বহিছিল আৰু কৈছিল, কাশ্মীৰত আছিলো প্ৰায় দুবছৰ। তাত বৰ ভাল লাগিছিল।"

"হয়।"

"ইয়াত সকলোফালে শুকান, মানে ড্ৰাই।"

"মানে ?"

"ধৰক সকলোৰে অভাৱ। অভাৱত মানুহৰ ভোক বাঢ়ে।" সময়মতে খাবলৈ নাপালে মানুহ শুকাই যায় ?"

"আপোনাক দেখিলে প্ৰয়োজনতকৈও বেছি যেন হে লাগে। মানুহে কয়, মিলিটেৰীৰ কাৰণেই বস্তুৰ অভাৱ হৈছে, দামো বাঢ়িছে, আকৌ আপুনি কৈছে সকলোৰে অভাৱ ?"

"সেই অভাৱৰ কথা অৱশ্যে মই কব খোজা নাই।"

"কিয়নো ?"

"ধৰক, এই মিচেছ বৰুৱা ঠিক প্ৰকাশ কৰিবলৈ........

"নিঃসঙ্কোচেই কওঁকচোন বাৰু।"

"মানে" চৌধুৰীয়ে দুয়োখন হাত মোহাৰিছিল।

"ও !"

"মানে ধৰক আপোনাৰ দৰে, মানে ধুনীয়া সুন্দৰ মানুহ এই নগৰত নাই বুলিয়েই কব পাৰি।"

"আপুনি মোক প্ৰশংসা কৰিছে" অলকাই মনতে খুব ভাল পায় কৈছিল।

"বন্ধু পত্নীক প্ৰশংসা কৰাৰ মোৰ নিশ্চয় অধিকাৰ আছে।"

"নিশ্চয় আছে, সেই বুলি আপুনি যিমান কৈছে সিমান নহয় আকৌ।"

"মোক আপুনি তেনে বিশ্বাস কৰা নাই?"

"বিশ্বাস?"

"মোৰ সকলো কথা জানে যেতিয়াই মযো অকপটে আপোনাক স্পষ্ট কথা কওঁতে মোক আপুনি অসৎ বুলি নাভাবিব?"

"কেতিয়াও নাভাবো, মিচেছ বৰুৱা। অন্ততঃ এটা কথাত আমাৰ দুয়োৰো অসম্ভৱ মিল। আমি দুয়ো খুব সৰল আৰু স্পষ্টবাদী কিন্তু দুয়ো অসুখী।"

"মই কিয় অসুখী হ'ম কৰ্ণেল চৌধুৰী, ভগৱানে কৰাত আমাৰ সকলো আছে। এনে বিদ্বান, ধনী সন্মানী স্বামী, অৰ্থ-সম্পদ, চাকৰ-বাকৰ, শহুৰ প্ৰতিপত্তি থকা নামজাদা ব্যৱসায়ী আৰু দেউতা বংশানুক্ৰমিকভাৱে অগাধ ধনী।"

"সঁচাকৈয়ে আপোনালোকৰ ভাগ্যক সকলোৱেই ঈৰ্ষা কৰে। কিন্তু জীৱনত অৰ্থ সম্পদেই সকলো আৰু সেয়ে শেষ নহয়।"

"মানে?"

"মানে সিও এটা মোৰ জীৱন গল্প।

"আপোনাৰ এই গল্পটোকে আজি কওঁক। মোৰটো আন এদিন আপোনাক নীৰলে কম।"

"বাৰু তেন্তে শুনক।"



এনেতে বৰফ আৰু গোলাপজল ছটিওৱা একপ্লেট ল্যাঙৰা আম বেয়াৰাই চৌধুৰীৰ আগত দি অলকাক সুধিছিল।

"মেমচাব?"

"অলপ আঙুৰ।"

বেয়াৰাই টিপয়খন লৈ সাউৎকৰে সোমাই গৈছিল।

"নিশ্চয় আপোনাৰ গল্পটো এই আমৰ দৰে সোৱাদ লগা হব।"

গল্পটো তিতাকেহাঁহে দুখৰ।"

"দুখৰ?"

"ও, জীৱনটোৰ দৰে দুখৰ।"

"সঁচাকৈয়ে?"

"শুনক।"

হঠাৎ এনেতে প্ৰশান্তই ড্ৰইং ৰুমৰ বাহিৰ ফালৰ পৰা ডাঙৰ দুৱাৰখনৰ পৰ্দ্দাখন গুছাই মুখখন ভিতৰলৈ দি ভুমুকিয়াই চাই সেইখিনিতে ৰৈ আছিল। অলকাই আচৰিত হৈ প্ৰায় চিঞৰিয়েই উঠিছিল। প্ৰশান্ত ভিতৰলৈ সোমাই আহিছিল।

"প্ৰশান্ত দা? কেতিয়া?"

চৌধুৰীৰ হঠাৎ এটা বেৰসিকে ৰসভঙ্গ কৰাত বৰ বিব্ৰত হৈ প্ৰশান্তক বিকৃতৰূপে চাই অন্যফালে মুখ ঘূৰাইছিল। অলকাই দুয়োকো পৰিচয় কৰাই দিছিল।

"প্ৰশান্ত দাস কেমিষ্টিৰ লেকচেৰাৰ, মোৰ শিক্ষাগুৰু আৰু কৰ্ণেল চৌধুৰী আমাৰ বেৰিষ্টাৰৰ সহপাঠী বন্ধু।"

দুয়ো হাত জোকাৰি পৰস্পৰে পৰস্পৰক অভিবাদন জনাইছিল। চৌধুৰীয়ে হাত ঘড়ীটো চাই বৰ অনিচ্ছাসত্বেও যাবলৈ উদ্যোগ কৰি অলকাক কৈছিল, "মিচেছ বৰুৱা; আপোনাৰ অভ্যৰ্থনাৰ কাৰণে অশেষ ধন্যবাদ। মিঃ দাস আপোনাৰ লগত পৰিচয় হবলৈ পায় ধন্য মানিছো। ভাল যাওঁহে।"

"চৌধুৰী মঙ্গলবাৰে নিশ্চয় দুটা বজাত এবাৰ জৰুল আহি যাব।"

"আপোনাৰ ফোন নম্বৰটো।"

"2203 AG।"

"মই নোট বহীটোত লিখি লও।"

"চিৰেৰিউ।"

চৌধুৰীয়ে গধুৰ হিয়াৰে মিছিকিয়াই হাঁহি দুয়োকো নমস্কাৰ কৰি বিদায় লৈ গৈছিল। প্ৰশান্তক অলকাই সুধিছিল, "কেতিয়া পালেহি ?"

"চাৰি বজাৰ এক্সপ্ৰেছ বাছত। কাগজ-পত্ৰ হোটেলত থৈ পোনেই তোমাৰ ইয়ালৈকে আহিলো।

"কোৱাচোন খবৰ বাতৰি।"

"খবৰ বাতৰি আৰু কি ক'ম ? জীৱনৰ সকলো খবৰ তুমি-য়েই লগতে লৈ আহিলা।"

"তুমি বহুত ক্ষীণালা" অলকাই প্ৰশান্তৰ মুখলৈ চাই চাই দুখেৰে কৈছিল।"

"আৰু তুমিও।"

"প্ৰশান্ত দা, দুখ কৰি জীৱনটো আৰু নষ্ট নকৰিবা। যি হব লগা আছিল হ'ল।"

"সকলো বুজিছো। বিৰহৰ বিচ্ছেদ আৰু দুখীয়া বুলি মোক কৰা এনে দুৰ্ঘোৰ অপমান সহিব নোৱাৰি অধীৰ হৈ পৰিছো। আজি চাৰি মাহে টোপনি নাই। দুঃসাহসিকতাৰ কাৰণে সকলো সম্ভৱ।" সেই দুঃসাহসিকতাৰ প্ৰমাণ কৰিবলৈ গৈ এতিয়া তোমাৰ মূল্যবান জীৱনটো ধ্বংস নকৰিবা। বৰঞ্চ এটা কাম কৰা, বিলাত বা আমেৰিকালৈ গৈ এটা বিশেষ ট্ৰেনিং লৈ আহাগৈ। যেনেকৈয়ে পাৰো ময়ো তোমাক আৰ্থিক সহায় কৰিবলৈ চেষ্টা কৰিম।"



"তোমাৰ উদাৰতাই প্ৰমাণ কৰিছে, তুমি মোক কিমান গভীৰ-ভাৱে ভাল পোৱা ? তাকে কয় আদৰ্শ প্ৰণয় আৰু তাকে লৈ মানুহ জীয়াই থাকিব নোৱাৰে।"

"আজি চাৰি মাহে তোমাক কিমান কথা কম কম বুলি সাঁচি থৈছো।"

"কি কৰা, কোৱাচন ?"

"কিনো ক'ম ? তুমি হয়তো নাজানা অমৰেন্দ্ৰ কি ?"

"তেওঁ তোমাক বেয়াকৈ ব্যৱহাৰ কৰে নেকি ?"

"সেইবোৰ একো নকৰে।"

"তেন্তে ?"

"এটা মাটিৰ মূৰ্ত্তিলৈ বাপেক-মাকে নিজৰ ছোৱালীক বিয়া দিয়ে নে ?"

"মই একো বুজা নাই অলকা।"

"সকলো বুজাই কবলৈ তোমাক যোৰহাটৰ পৰা ইয়ালৈ গুপুতে মাতি আনিছো।"

"এওঁৰ লগত বিয়া যেতিয়া বন্দবস্ত কৰে, মাক কান্দি কান্দি কৈছিলো—তোমাৰ বাহিৰে আৰু মই আনৰ লগত বিয়াত নবহো। বিয়াৰ চাৰি দিনৰ আগতে ৰাতি তোমাৰ ঘৰলৈ পলাই যাবলৈ বুলি আহোঁতেই দেউতাই পাই গেটৰ ওচৰৰ পৰা মোক চোঁচোৰাই নি এটা কোঠাত বন্দী কৰি থৈছিল আৰু তেওঁ বন্দুকটো উলিয়াই মোক কৈছিল, "মোৰ দুটা গুলি খৰচ হব। এটা তোৰ কাৰণে— আৰু আনটো প্ৰশান্তৰ কাৰণে। এটা খাবলৈ নোপোৱা টোকোনা লেক্‌চাৰলৈ মোৰ ছোৱালীক বিয়া দি মই মোৰ বংশত কলঙ্ক আনিব নোৱাৰো।" তোমাক কিবা অন্যায় কৰে বুলি ভয়ত পেপুৱা হৈ বিয়াত সন্মত দিছিলো। আত্মহত্যা কৰিবলৈকো চল বিচাৰিছিলো। দেউতাই অভিজাত্যৰ গৌৰৱত মানৱতাও বিসৰ্জ্জন দিছিল। হয়তো সুখেৰেই থাকিবলৈ

যত্ন কৰিলোহেঁতেন যদি বেৰিষ্টাৰ, তেওঁ যদি সক্ষম হ'ল-হেঁতেন ।"

"মই এতিয়াও একো বুজা নাই অলকা ।"

"বুজাব নোৱাৰো প্ৰশান্ত দা। কোনো স্বাস্থ্যৱতী ছোৱালীয়ে এই মানসিক দুৰ্যোগৰ কথা আন কাকো বুজাব নোৱাৰে আৰু যদি মই অন্যপথ অৱলম্বন কৰো আনে কব মই চৰিত্ৰহীনা, মই যদি জীৱনৰ প্ৰতি অন্যমনস্ক হও সিহঁতে কব মই উন্মাদ, আৰু মোৰ মানসিক চিকিৎসাৰ বন্দবস্ত কৰিব আৰু যদি এওঁৰ পৰা জীৱনৰ কাৰণে আঁতৰি যাও আনে কব ছোৱালীজনী ব্যভিচাৰিণী, পৰপুৰুষ আসক্তা ।"

"তোমাৰ এই মধুময় বিয়াত ইমান গৰল সোমাই আছিল নে ?"

"গাভৰুৰ উন্মাদ কামনাক এটা স্বাস্থ্যবান পুৰুষেহে গৰ্ব্বৰে দমাব পাৰে, এই অতি সৰল কথাটো মই আজি কাকো বুজাব নোৱাৰো। ৰাজকীয় অভিজাত্য, ধন, গৰ্ব, এই এটা পুতুলাৰ দৰে থকা-মেলাৰ অস্বাভাৱিক জীৱনে মোক নেলু চেপি হত্যা কৰিব, এই তিল তিলকৈ মৰা মুহূৰ্ত্তবোৰ ।"

"অলকা, ময়ো সেই কাৰণেই কৈছো দুঃসাহসিক নহ'লে জীৱনত কোনো কৃতকাৰ্য্যই নহয় । জীৱনৰ দুখ লগা চৰম পৰিণতিৰ কাৰণে ময়ো সাজু হৈছো । উপায় চিন্তা কৰিছো ।"

"উপায় ? উপায় আছে ? এতিয়াও উপায় আছে !"

"ও উপায়ো আছে যদি তুমি মান্তি হোৱা ।"

"মই সদায়ে তোমাৰ কথাত মান্তি । এটা প্ৰকাণ্ড প্ৰতিশোধ লবৰ কাৰণে মোৰ মনটো উদগ্ৰীৱ হৈ পৰিছে । দেউতা, মাৰ, ওপৰত মোৰ ভীষণ খং ।" এনেতে মেঘে ঢকা ডাৱৰে গমগমাই বিজুলী ঢেৰেকনি মাৰিছিল । খুব জোৰেৰে বৰষুণ আহিছিল । গধূলি তেতিয়া সাত বাজিছিল । অলকাই প্ৰশান্তক আকৌ কৈছিল, "আজি তুমি ইয়াতে খোৱা-লোৱা কৰিবা । ৰাতিও থাকিবা—সকলো কথা খুলি কম ।"



"অমৰেন্দ্ৰই যদি কেনেবাকৈ গম পায় ?"

"ভয় নাই, তেওঁ চিলঙৰপৰা পৰহিলৈহে আহিব । ঘৰৰ গৃহিণী হিচাবেও তোমাক নিৰ্ভয় বাণী দিছো । আলহী থকাৰ যথেষ্ট সুবিধাও আছে ।"

"অমৰেন্দ্ৰৰ কথাতো ভালকৈ একোকেই নকলা দেখোন ।"

"ৰাতিলৈকে কম ।"

এনেতে বেয়েৰাই চাহ আৰু খোৱাৰ নানাবিধ বস্তু প্ৰশান্তৰ আগত সজাই দিছিলহি ।

ৰাতি ।

প্ৰশান্ত আৰু অলকা ।

অলকাই কৈছিল, "তুমি যোৰহাটৰ পৰা যেনে তেনে বদলি হৈ ইয়ালৈকে আহিবলৈ যত্ন কৰা ।"

"কিন্তু বৰ ডাঙৰ কিন্তু এটা আছে বুলি প্ৰশান্তই অলকাক কৈছিল ।"

অলকাই সুধিছিল, "সেই কিন্তুটো কি ?"

"সদায় চোৰাংভাৱে এনেকৈ কিমান দিন চলিবা । দুয়োৰো এটা মুক্ত জীৱনৰ কথা ভাবিছো ।"

"সদায়ে অৱশ্যে এনেকৈ নোৱাৰি । তেন্তে কি ভাবিছা ?"

"ডাইৰ্ভচ ?"

অলকাই কলা ডাৱৰৰ মাজত বিজুলীৰ পোহৰত জীৱনৰ বাটটো অকন যেন দেখিছিল । অলকাৰ কাৰণেও আৰু ডাঙৰ কিন্তু এটা যেন তাৰ পৰা ওলাই আহিছিল ।

তাই অমৰেন্দ্ৰৰ বাহিৰে যেই সেই পুৰুষৰ লগত জীৱনটো কটাব পাৰিম বুলি এটা দুৰ্দ্দান্ত ভাব হৈছিল । তাইক গ্ৰহণ কৰা পুৰুষ এটাক তাই যতে ততে বিচাৰিছিল । সেই পুৰুষটোক এবাৰ মোহন বুলি ভাবিছিল, এবাৰ প্ৰশান্তক বুলি ভাবিছিল

আৰু , সেই কাৰণেই তাইৰ কিন্তুটোৰ কথা প্ৰশান্তক এনেকৈ কৈছিল ।

"তোমাৰ মোৰ চিৰবিচ্ছেদ হ'লেও তোমাৰ সঙ্গীৰ স্মৃতি এটা মোৰ আজীৱন থাকি যাব ।"

"আৰু সেইটো কি ?"

"বিয়াৰ সাতদিনৰ আগৰ ৰাতিটো মোৰ কাৰণে বৰ ডাঙৰ ৰাতি । সেই ৰাতি তোমাক কোনো প্ৰিভেনতিভ ব্যৱহাৰ কৰিবলৈ দিয়া নাছিলো, এই আশা কৰিয়েই যে তোমাৰ ঔৰষত যদি এটা সন্তান হয় তেনে অমৰেন্দ্ৰৰ লগত মোৰ বিয়াখন বাতিল হৈ যাব ; পিছে কামটো কৰাত বৰ পলম হৈ গ'ল । বিয়াখনো আগৰ নিৰ্দ্ধাৰিত মাহৰ বহুত আগতে হ'ল ।"

"তেনে তুমি অন্তঃসত্ত্বা ।"

"চাৰি মাহ ?"

"সি বৰুৱাহে হব ।"

"যিয়েই নহওক লাগে সি তোমাৰেই ।"

"আৰু অমৰেন্দ্ৰ তেনে একেবাৰে ।"

"একেবাৰে নহয়, চেণ্ট পাৰ্চ্চেণ্ট অপদাৰ্থ ।"

"অলকা ।"

"তুমি যিমান সোনকালে পাৰা সিমান সোনকালে ইয়ালৈ আহা ।"

"এটা পৰিকল্পনা কৰিব লাগিব । নহ'লে কামটোও বিপদো ঢেৰ, তাতে ডাইৰ্ভসো সহজ নহব ।"

"কিয় ?"

"উপায়বোৰ চিন্তা কৰিছো । পিছতেই তোমাক কম ।"

"বাৰু । আৰু এতিয়া এটা কাম কৰিবা । তুমি মোলৈ চিঠি-পত্ৰ যোৰহাটৰ পৰা একো নিদিবা ।"

"কিয় ?"



শত্ৰুৱে কথাবোৰ জানিলে শত্ৰুক আগতে সাৱধান কৰিহে দিয়া হয় ? ইয়ালৈ আহিলে কি কৰিব লাগে মই তেতিয়াহে কম ।"

"ঠিক ।"

"বেচি একো নাই । তাতে এই নব আগন্তুকৰ কাৰণে মই ইয়াত আৰু অন্তত ৮ মাহ ৰব লাগিব ।"

এটা অভিজাত বংশৰ ওপৰত এনেকৈ প্ৰতিশোধ লোৱাৰ ভাবত প্ৰশান্তৰ মনটো কিছু শান্ত হৈ পৰিছিল ! অলকাৰ লগত আকৌ মিলনৰ দিনটো পলমে হ'লেও আহিব বুলি পৰিকল্পনা অনুযায়ী কাম হব বুলি অলকাৰ পৰা কিছু মধুময় তৃপ্তি লৈ দুদিন থাকি তেওঁ যোৰহাটলৈ ঘূৰি গৈছিল ।

অলকা বিশ্ৰামহীন চিন্তাত পৰিছিল । অমৰেন্দ্ৰই আকৌ অলকাক বিশ্ৰাম লবলৈ আগৰদৰে বুজাইছিল । সেই দিনা মঙ্গলবাৰ আছিল । দেৰটা বাজিছিল । ক্ৰিং ক্ৰিংকৈ ফ'নটো বাজিছিল । বিচিভাৰটো লৈ অলকাই উত্তৰ দিছিল ।

"আপুনি যে মোৰ কথা পাহৰা নাই, অশেষ ধন্যবাদ । ও, হয় হয় হয় । একেবাৰে ফ্ৰী, বিশ্ৰাম কৰি কৰি ভাগৰ লাগি গৈছে । তেওঁ চাৰি বজাতেহে ক'ৰ্টৰ পৰা আহিব । বাৰু আহঁক জৰুল । মই বিশেষভাৱে বল্ড কফি কৰাই থোৱাম ।"

চৌধুৰী ঠিক দুটা বজাত অলকাহঁতৰ ঘৰ পাইছিলহি । দুয়ো আগৰ ড্ৰইং ৰুমটোতে বহি বহি কথা পাতিছিল । চৌধুৰীয়ে অলকাক কৈছিল, "আপোনাৰ গল্পটো শুনিবলৈ মোৰ বৰ আগ্ৰহ হৈছে ।"

"নহয় নহয়, মোৰ জীৱনটো যে দুখৰ সেই গল্পটোহে আপোৰ মুখত শুনিবলৈ মোৰ খুব আগ্ৰহ হৈছে । নিজৰ জীৱনৰ কথা আনৰ মুখত শুনিবলৈ ভীষণ ৰহস্যবোধ হোৱাটো স্বাভাৱিক ।"

"নহয় আপোনাৰটো ।"

"নহয়, আপোনাৰটোহে আগে কওঁক ।"

"মোৰ গল্পটোত কোনো ৰঙ ৰহইচ নাই ।"

"তেন্তে সি নিশ্চয় মনোৰম গল্প হব ।"

"বাৰু শুনক ।"

"তাৰ আগতে কফি কাপ খাই লওক ।" কফি খাই চৌধুৰীয়ে সকলোকৈ গলখেকাৰি এটা মাৰি কথা আৰম্ভ কৰিছিল ।

"দুটা বন্ধু আছিল । সিহঁত নলেগলে লগা আছিল । সচৰাচৰতে ধনী দুখীয়াৰ বন্ধুত্ব নহয় যদিও এইটো কানুনৰ ব্যতিক্ৰম আছিল ।"

"সিহঁতৰ নাম ।" অলকাই সেপটুকি সুধিছিল ।

"সিহঁতৰ নাম বাৰু পিছতেই কম ?"

"এটা অগাধ ধনীৰ সন্তান আনটো মধ্যবিত্ত পৰিয়ালৰ ল'ৰা । দুয়ো কলেজত একেলগে পঢ়িছিল । দুখীয়াজন মেধাবী আছিল । সুখ্যাতিৰে এম. এ. পাছ কৰি মিলিটেৰীত সোমাই দিল্লীত চাকৰি কৰিছিল ।"

ধনীৰ সন্তানজন কোনোমতে বি. এ. পাছ কৰি ঘৰত দুবছৰ বহি আছিল । তেওঁ চকুৰ অসুখত ভুগিছিল ”

"তাৰ পিছত ।"

"দুষ্ট ব্ৰণে তেওঁৰ মুখ বিকৃত কৰি পলাইছিল । মাক-বাপেকে এই একমাত্ৰ সন্তানটিৰ কাৰণে দুৰ্ঘোৰ চিন্তাত পৰিছিল ।"

"শেষত তেওঁৰ বায়ু পৰিবৰ্ত্তন হ'লে আৰু পশ্চিমৰ সুদক্ষ ডাক্তৰে ভাল চিকিৎসা কৰিলে তেওঁৰ ভাল হব বুলি বন্ধু-বান্ধৱী সকলে সজ উপদেশ দিয়াত দেউতাকে তেওঁক বিলাতলৈ পঠাইছিল । তেওঁৰ চিকিৎসাৰ লগতে তেওঁক বেৰিষ্টাৰি পঢ়িবলৈ তেওঁলোকে ঠিক কৰাই দিছিল । সুচিকিৎসাত তেওঁৰ অসুখ সত্তৰ ভাগ ভাল হৈছিল কিন্তু মুখখনৰ কেহৰাজৰ দৰে কলা দাগবোৰ চিৰজীৱনৰ কাৰণে থাকি গৈছিল । তেওঁৰ চকুৰ দৃষ্টি আগতকৈ ভাল হৈছিল যদিও এটা মৰাশৰ দৰে শেতা হৈয়ে আছিল ।"



"তাৰ পিছত, তাৰ পিছত ।"

"তেওঁৰ লগত তেওঁৰ বাপেকে প্ৰায় ত্ৰিশ হাজাৰ টকা খৰছ কৰিছিল । তাৰ পিছত আৰু দহ হাজাৰ ।"

"আপুনি সাজি কোৱা নাইতো ?"

"আগতেই কৈছো মোৰ গল্পটোত কোনো ৰং-ৰহইচ নাই ।"

"তেনে কৈ যাওক ।"

"এনে সময়ত সহপাঠী বন্ধুজনে মিলিটেৰীৰ বিশেষ শিক্ষাৰ কাৰণে চৰকাৰী বৃত্তি লৈ লণ্ডনলৈ গৈছিল । তেওঁৰ বন্ধুজনক লণ্ডনতে লগ পাইছিল আৰু তেওঁ ভাৰত এৰাৰ আগতে তেওঁলৈ চিঠিও দিছিল । তেওঁ এটা বিলাতী পৰিয়ালৰ লগত আছিল । তেৱেঁ ইজন বন্ধুকো সেই পৰিয়ালটোৰ লগতে থাকিবলৈ দিহা কৰি দিছিল । দুয়ো একেলগে এটা কোঠাতে আছিল । বিলাতী পৰিয়ালটোত এজনী দেখনিয়াৰ গাভৰু আছিল । মিলিটেৰী বন্ধুজন যোৱাৰ কিছুদিন আগৰপৰা সেই ছোৱালীজনীৰ লগত ইজন বন্ধুৰ গভীৰ প্ৰীতিৰ ভাব হৈছিল । দুয়ো প্ৰায় একেলগে ফুৰিছিল, চিনেমা, থিয়েটাৰ চাইছিল । তাইৰ লগত তেওঁ কিছু টকা খৰছো কৰিছিল ।"

"বৰ ৰহস্যজনক গল্প । তাৰ পিছত ।"

"ইজন বন্ধুৱেও সেই ছোৱালীজনীক তলে তলে তেওঁৰ দৰেই ভাল পাবলৈ আৰম্ভ কৰিছিল ।

"অতি বিপজ্জনক কথা ।"

"দুয়োজন বন্ধু সমানে দুৰ্ব্বল বা শক্তিশালী হোৱাহেঁতেন কথাটো বৰ মাৰাত্মকেই হৈ উঠিলহেঁতেন ।

"তাৰ পিছত ।"

"এদিন মিলিটেৰী বন্ধুজন নৌ-বিভাগৰ শিক্ষাৰ কাৰণে খুব ৰাতিপুৱাই চাউদেম্‌পটনলৈ গৈছিল আৰু ৰাতি ভালেমান পৰত আগৰ থকা ঠাইলৈ ঘূৰি আহিছিল । তেওঁৰ কোঠাটোৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ হৈ আছিল । তেওঁৰ বন্ধুক মাতি মাতিও কোনো

সাৰসিৰিকচি নাপায় কেলেচ্টৰীৰে বগাইহে কোঠাটোত সোমাব পাৰিছিল। লাইটো জ্বলাই দি তেওঁ যি দৃশ্য দেখিছিল সি ভয়াবহ আছিল।"

"ৰলে কিয়? বেগতে কওকচোন?"

চৌধুৰীয়ে টেবুল ফেনৰ চুইচটো অকন বঢ়াই দি ৰুমালেৰে মুখখন মচি মচি আকৌ আৰম্ভ কৰিছিল।

"তেওঁৰ বন্ধু বিছনাখনত ঘোৰমোকাতা দি গেঙাই গেঙাই পৰি মৃত্যুৰ লগত তেওঁ যুঁজ কৰিছিল। সাউংকৰে সিজন বন্ধুয়ে তেওঁক পৰীক্ষা কৰি চাইছিল। তেওঁ আৰু ছটফটাবলৈ ধৰিছিল।

বন্ধুজনৰ মূৰত স্বৰগ ভাগি পৰাৰ নিচিনা হৈছিল। তেওঁ নিৰুপায় হৈ পৰিছিল আৰু বন্ধুক বচোৱাৰ উপায় চিন্তা কৰি চাৰিওফালে শূন্য দেখিছিল।"

"তাৰ পিছত।"

"উপায়ন্তৰ হৈ ঘৰৰ লেণ্ড লেডীক তেওঁ টোপনিৰ পৰা জগাই দিছিল আৰু বন্ধুক কোলা কৰিয়েই ওচৰৰ হস্পিতেল এটালৈ লৈ গৈছিল। লেণ্ড লেডীয়ে বিপদত পৰিম বুলি দুৰ্যোৰ আশঙ্কা কৰিছিল। ডাক্তৰে তেওঁক পৰীক্ষা কৰি আধাঘণ্টা মানৰ পিছত আমাক কৈছিলহি।"

"তেওঁ বিষপান কৰিলে বা কৰোৱালে"। এই কথা শুনি লেণ্ড লেডী গৰাকীৰ মুখখন মৰাশৰ দৰে শেতা পৰি গৈছিল আৰু কৈছিল।

"কোনে কৰোৱালে বা কিয় কৰালে?"

ইজন বন্ধুয়েও কথাটো তেওঁৰ বিপক্ষে যোৱা যেন অনুমান কৰিছিল কিয়নো গাভৰু ছোৱালীৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বিতাত বহুত এনে হত্যা কাণ্ড সচৰাচৰতে ঘটে আৰু ইজন প্ৰতিদ্বন্দ্বীক সকলোৱে দোষী সাব্যস্ত কৰে।

দুদিনৰ পিছত বন্ধুজন ভাল হৈ উঠিছিল। ডাক্তৰেও সদয় হৈ তেওঁ আত্মহত্যা কৰিব খোজা কথাটো পুলিচক জনোৱা নাছিল।



"তেওঁ কিয় তেনে কৰিছিল?"

"বন্ধুজনে ইজন বন্ধুক এই বিষয়ে কোনো দিনে একো কোৱা নাছিল আৰু ইজনে কথাটো উলিয়াবলৈ অন্য পন্থা অৱলম্বন কৰিম বুলি ভাবি কোনো সুংসূত্ৰ নাপায় শেষত এৰি দিছিল কিন্তু হঠাৎ এদিন তেওঁৰ প্ৰণয়নীৰ পৰা এই কথাটো তেওঁ জানিছিল।

এই ঘটনাৰ পিছত তেওঁৰ প্ৰণয়নী তেওঁৰ প্ৰতি বিৰূপ হৈ পৰিছিল আৰু ইজন বন্ধুৰ লগত দেখা-শুনাকৈ মৰম-প্ৰীতিৰ আদান-প্ৰদান কৰিছিল।

"ইজন নিশ্চয় বৰ সৌভাগ্যবান পুৰুষ আছিল।"

"সেইদৰেই আপুনি কব পাৰে।"

"মিলিটেৰী বন্ধুজনে এদিন প্ৰণয়পাত্ৰীক লৈ চিনেমা চাই বিখ্যাত কাফে এটাত অকণ দামী মদ খাই কথা পাতিছিল। তাই লাহে লাহে সাৱধানে কৈছিল, "তোমাৰ বন্ধুৱে কিয় আত্মহত্যা কৰিব খুজিছিল জানানে?"

মই বিস্ময় হৈ বৰ আগ্ৰহেৰে তেওঁক কাৰণতো সুধিছিলো। তেওঁ কৈছিল।

তেওঁ আজি প্ৰায় কিছুদিন আগৰেপৰা মোৰ লগত সঙ্গমৰ কাৰণে চেষ্টা কৰিছিল। সদায় বিফল মনোৰথ হৈছিল। তেওঁ সেইদিনা চৰম চেষ্টা কৰিছিল। শেষত একেবাৰে হতাশ হৈ মাৰাত্মক এছিদ খাইছিল। অৱশ্যে মই কথাটো জনা নাছিলো।

মই আগতে ধনী ভাৰতীয় এজনক বিয়া কৰোৱাৰ সপোন এটাও দেখিছিলো। আমাৰ ইয়াৰ ছোৱালীয়ে বিশেষকৈ মোৰ বান্ধৱী নান্সীয়ে এজন ভাৰতীয়ক বিয়া কৰাই সুখী হোৱা মই দেখিছিলো। পিছে বন্ধু বৰুৱা অক্ষম আৰু তেওঁৰ মানসিক অৱস্থা দুখ লগা, তাই কৈছিল।"

"বৰ দুখ লগা গল্প।"

"এতিয়াও গল্পটো শেষ হোৱা নাই । শেষাংশ শুনক । বন্ধুজনে বেৰিষ্টাৰি পাছ কৰি আৰু স্বাস্থ্যবো কিছু উন্নতি কৰি ভাৰতলৈ ঘূৰি আহিল আৰু ইজনেও তিনি মাহৰ পিছত শিক্ষা শেষ কৰি আহি দিল্লীত চাকৰিত যোগ দিলেহি ।"

"সেই বিলাতী ছোৱালী গৰাকীৰ কি হ'ল ?

"তাই দেখনিয়াৰ হ'লেও চৰিত্ৰ মৰ্য্যদা অলপো ভাল নাছিল ! শেষত বুজিছিলো তাই বহুবল্লভা আৰু বহুভোক্তা আছিল ।"

"যদি তাইৰ জীৱনৰ প্ৰথম পুৰুষটো অক্ষম হয় তাই অন্য পুৰুষ বিচাৰটো তাইৰ স্বাভাৱিক ধৰ্ম্ম ।"

"নিশ্চয় নিশ্চয় যৌন অপৰিতৃপ্তি হৈ এদিনো কোনো থাকিব নোৱাৰে । মানসিক বিকাৰ হোৱাৰ সম্ভাৱনাই বেছি, পিছে সেই বুলি বহুজনৰ লগত হ'লে ক্ষমাৰ অযোগ্য ।"

"তেনে হ'লে তাই গুৰুতৰ অপৰাধী । তাইক লিংচিং কৰিব লাগে ।"

"তেনেহ'লে আমাৰ দেশতো তেনে অগণন ছোৱালীক লিংচিং কৰিব লাগিব ।"

চৌধুৰীয়ে হোঁ হোঁকৈ হাঁহি দিছিল । অলকাইও হাঁহিছিল । দুয়োৰো হাঁহি ৰজনজনাই গৈছিল ।

গল্পটোৰ শেষৰ ডোখৰ কওঁক বুলি অলকাই তেওঁক সঁকিয়াই দিছিল ।

"বাৰু বাৰু", কৈছো বুলি তেওঁ অলকাৰ অনুমতি লৈ এটা চিগাৰেট জ্বলাই হুপি আকৌ গল্পটো আৰম্ভ কৰিছিল ।

"পিছত মিলিটেৰী বন্ধুজন কেপ্তেইন পদৰ পৰা আৰু উন্নত পদপী পাইছিল আৰু সম্ৰাজ্ঞী ৰাণী এলিজাবেথ দিল্লীলৈ আহোতে সম্ৰাজ্ঞীক চাবলৈ বুলি দিল্লীলৈ আহি অশোক হোটেলত থকা ভাৰতৰ ৰাজাবোৰৰ আলহীবোৰক চোৱাচিতাৰ ভাৰ বা তেওঁলোকে সম্ৰাজ্ঞীক চোৱাৰ সুবিধা কৰি দিয়াৰ ভাৰ তেওঁৰে আছিল ।



অসমৰ দুটা অসমীয়া পৰিয়াল সেই সময়ত অশোক হোটেলত আছিলহি ! খৰছৰ ভয়ত অসমীয়া পৰিয়াল অশোক হোটেলত প্ৰায়ে নাথাকে বুলিয়েই কব পাৰি ।

তেওঁলোকক সকলো সুবিধা মিলিটেৰী বন্ধুজনে কৰি দিছিল, তাৰে এটা পৰিয়ালৰ এগৰাকী গাভৰু তেওঁ দেখিছিল । তেওঁক তেওঁ তৎক্ষণাত বিয়া কৰাবলৈ মন গৈছিল । ৰূপহী গৰাকীৰ এখন ফটোও তেওঁ মনে মনে তুলি লৈছিল । গাভৰু গৰাকীৰ সুৱলা নামটো তেওঁ মুখস্থ কৰি পেলাইছিল । সেইকেইদিন গধূৰ দায়িত্ব আৰু নিয়াৰিকৈ কামবোৰ কৰিব লগা হোৱাত তেওঁ গাভৰু গৰাকীৰ লগত চিনাকি হওঁ হওঁ কৰি থাকোতেই পৰিয়ালটো তিনি দিনৰ পিছত অসমলৈ গুছি আহিছিল । বন্ধুজনো দুদিনমানৰ পিছত কাশ্মীৰ-পাকিস্থান সীমান্তলৈ বদলি হৈ গৈছিল ।

সীমান্তৰ গুলীয়াগুলীৰ মাজটো তেওঁ সেই ৰূপহীৰ ফটোখনকে চাই চাই সান্ত্বনা লভিছিল ।

শ্ৰীনগৰৰ পৰা ৰূপহী গৰাকীৰ দেউতাকলৈ তেওঁৰ চিনাকি দি এটা বিয়াৰ প্ৰস্তাৱ পঠাইছিল ।

"ৰূপহী গৰাকীৰ দেউতাকেও তেওঁলৈ নিৰ্ম্মম এটা উত্তৰ দিছিল ।"

চৌধুৰীয়ে ইউনিফৰ্ম্মৰ কোটটোৰ বুটাম খুলি তেওঁ তল জেপৰ পৰা এটা সৰু বেগ বাহিৰ কৰি তাৰপৰা এখন ফটো আৰু এখন চিঠি অলকাৰ হাতত দি কৈছিল ।

"চাওঁক, সেই ৰূপহী গৰাকীৰ ফটো আৰু তেওঁৰ দেউতাকে লিখা সেই চিঠিখন ।"

অলকাই তৎক্ষণাত ফটোখন চাইছিল । চিঠিখনো একে উশাহতে পঢ়ি তাই অদ্ভুতভাৱে চিঞঁৰি উঠিছিল !

"অদ্ভুত ! অদ্ভুত ! এটা গল্প ! আৰু অতি দুখৰ !!

"সচাকৈয়ে জীৱনটোৰ দৰে দুখৰ।"

"চাওক, ৰাশিবোৰৰ পৰস্পৰৰ আকৰ্ষণ কিমান শক্তিশালী দুৰ্জ্ঞেয় আৰু ৰহস্যজনক আৰু সেই কাৰণেই মই আপোনাক সিদিনা কৈছিলো যি সুন্দৰীক মই ভাল পাইছিলো বা বিয়া কৰাম বুলি ভাবিছিলো তেওঁক আনে বিয়া কৰাই পেলাইছিল।"

"তেনে আপুনি আৰু অমৰেন্দ্ৰনাথ।"

"যদি সেয়ে হয় দিল্লীৰ গাভৰু গৰাকী একা।"

"হয় ৰাণী এলিজাবেথ আঁহোতে ময়ো দিল্লীলৈ দেউতাৰ লগত গৈছিলো, এতিয়াহে ৰিণিকি ৰিণিকি মোৰ মনত পৰিছে। এই ফটোখন মোৰ আৰু এই চিঠিখন দেউতাৰ।"

"সেইকাৰণেই আপোনাক কৈছিলো আপোনাৰ জীৱনটো সঁচাকৈ দুখৰ।"

"চৌধুৰী, সঁচাকৈয়ে মোৰ জীৱনটো অতি দুখৰ।"

অলকাৰ চকুযোৰত দুটোপাল চকুলো ওলোৱাৰ উপক্ৰম হৈছিল।

"অলকা।" চৌধুৰীয়েও গাঢ় কণ্ঠেৰে মাতিছিল। এনেতে ডাঙৰ গেটখন খোলাৰ শব্দ হৈছিল। আৰু দুৱাৰ মুখত গাড়ী এখন ৰোৱাৰ শব্দ হৈছিল। অলকাই চিঠিখন আৰু ফটোখন বুকুৰ মাজত সুমুৱাই লৈছিল। অমৰেন্দ্ৰ সোমাই আহিয়ে চৌধুৰীক দেখি চিঞঁৰি উঠিছিল।

"ভাস্কৰ, আজি কি মন কৰি? আহা ভিতৰলৈকে আহা। ময়ো কাপোৰ সলাও। বহুত দিনৰ মূৰত, একেলগে তিনিও চাহ খাও। কি কোৱা অলকা?"

"গ্ৰেণ্ড আইদিয়া।"

তিনিও ভিতৰলৈ সোমাই গৈছিল। ভিতৰৰ কোঠাত ভাস্কৰ বহিছিল। অলপ পিছতে অমৰেন্দ্ৰইও কাপোৰ সলাই ওলাই আহিছিল।



চাহ-জলপান তিনিও একেলগে খাই খাই বহুত কথা পাতিছিল। বিলাতৰ বিষয়ে দুয়ো বন্ধুৱে নানা কথা পাতিছিল।

শেষত দুয়ো বাহিৰৰ ড্ৰইং ৰুমলৈ ওলাই আহি আৰু অন্যান্য কথাৰ মাজতে এবাৰ অমৰেন্দ্ৰই ভাস্কৰক কৈছিল, "তুমি মোক বিলাতত প্ৰাণ ৰক্ষা কৰিছিলা।"

"সেইটো মোৰ কৰ্ত্তব্য আছিল। তাৰ কথাকৈ মোক লাজ দিছা কিয়?"

"অকনো লাজ দিয়া নাই! মই তোমাৰ প্ৰতি সদায় কৃতজ্ঞ।"

"থোৱা দে।"

"তুমি মোৰ প্ৰাণ ৰক্ষা যেনেকৈ কৰিছিলা সেইদৰে মোৰ বংশ মৰ্য্যাদাও তুমি নিশ্চয়কৈ ৰক্ষা কৰিবা।"

"মই অকনো বুজা নাই।"

"আমি মহাভাৰত এখন বলকি যিটো বুজাব নোৱাৰো ভাৰতীয় ঋষি সকলে দুটা শব্দতে সেই কথাটো সৰল আৰু পৰিষ্কাৰভাৱে বুজাই দিছিল।"

"তোমাৰ দৰে, ভাৰতীয় ঋষিবোৰৰ কথা মই পঢ়াও নাই, নাজানোও।"

"পশ্চিমীয়া ৰীতি-নীতিবোৰ ভাল পালেও মই সংস্কৃত ভাল পাও, কিয়নো তাত বহুত বৈজ্ঞানিক তথ্য সোমাই আছে।"

"আচল কথাটো কোৱাচোন।"

"পৰাশৰ এজন ডাঙৰ ঋষি আছিল। তেওঁ কৈছিল।"

"কি।"

"নষ্টে মৃতে প্ৰবৰজিতে ক্লীবেচ পতিতে পতৌ
পঞ্চস্বাপৎসু পতিৰন্যা বিধিয়তে।"

"তাৰ অৰ্থ হ'লে মই একো বুজি নাপালো।"

"সেইবোৰৰ অৰ্থ? ইয়াৰ অৰ্থ বাৰু তোমাক অন্য এদিন কম।"

"তুমিটো এতিয়াও ববলা, আনমেৰিড্ ।"

"ববলা নহৈ উপায় নাই। যাক ভাল পাও তাক আনে বিয়া কৰায়।"

"তোমাৰ ভালপোৱা গৰাকীকনো কোনে বিয়া কৰালে ?"

"কোনেও নাই কৰোৱা যদিও মই ক্রি লানসিংয়েই ভাল পাও ! পঘালৈ বৰ ভয় লাগে।"

"সঁচা।"

"ও হে।"

অমৰেন্দ্রই সৰু সৰুকৈ হঠাৎ ভাস্কৰক কৈছিল।

"কি অদ্ভুত মানসিক বিকাৰ ?"

"মানে ?"

"কথাটো তোমাক তেনেকৈ বিলাততো কোৱা নাছিলো যদিও তুমি কিছু এনেয়ে বুজি পাইছিলা।"

"কি কথাটো কোৱাচোন ?"

"আজি পৰিষ্কাৰভাৱেই তোমাক কম বুলি ভাবিছো। মই মিছ ভেলেৰিনক ভাল পাইছিলো; তুমি জানাই, পাপাই অলকাকো বিয়া কৰাই দিছিল বংশ ৰক্ষাৰ কাৰণে। সিফালে এজনী প্রণয়িনী নহ'লেও জীৱনটো একেবাৰে অসাৰ অসাৰ শূন্য যেন লাগে। অথচ মই কি জানা ?

"কি ?"

"মই নিতৌ আত্মহত্যা কৰো। নিজকে মাৰি পেলোৱাৰ এটা প্রকাণ্ড ভাব আৰু আনফালে সুখভোগ সঙ্গমৰ কাৰণে এটা দুৰ্দ্দমনীয় লিপ্সাই মোক টনাটনি কৰি অতিষ্ঠ আৰু বিব্রত কৰি পেলাইছে।

"অমৰ !"

"তুমি বোধহয় বুজিছা মই কি অন্তৰ্দাহত দিনে-ৰাতিয়ে জ্বলি-পুৰি মৰিছো। মোৰ আগত যৌৱনদীপ্ত অলকা !! সিফালে পাপাৰ



বৰ আশা তেওঁৰ নাতিনী হব আৰু সিয়েই তেওঁৰ সম্পত্তি উত্তৰাধিকাৰী হব।"

"খুব দুখ লগা।"

"এই অবাঞ্চিত পৰিস্থিতিৰ পৰা ৰক্ষাৰ উপায় কি আছে ভাস্কৰ ?"

"বৈজ্ঞানিক প্রজনন !"

"এ, কি ক'লা ?"

"স্বামী নোহোৱাকৈ বংশধৰ উৎপাদন।"

"ইমান সহজ উপায় ! ইমান দিনে এই কথাটো মই এক মুহূৰ্ত্তলৈকো ভবা নাই।"

"মিচেছ বৰুৱা যদি মান্তি নহয় ?"

"বিশেষকৈ মাইকী মানুহে সন্তানহীন হৈ থাকিবলৈ কেতিয়াও ইচ্ছা নকৰে।"

"নহয়, মানে ধৰা পৰপুৰুষৰ বীৰ্য্য ধাৰণ কৰিবলৈ তেওঁ অমান্তিও হব পাৰে।"

"অৱশ্যে তেওঁৰ মতামতক যথেষ্ট মূল্য দিব লাগিব। তাৰোপৰি মোৰ উন্মাদ বাসনা এটাই ভীষণ ৰূপ লৈছে।"

"যেনে ?"

"আনে সঙ্গম কৰা দৃশ্য এটা চাই চাই উপভোগ কৰাৰ এটা দুৰ্দ্দান্ত কামনা মোৰ হৈছে আৰু সেই সুবিধাৰ কথাও মই দ'কৈ ভাবো।"

"কথাটো অদ্ভুত হ'লেও বৰ করুণ।"

"তেনে সুবিধাই বা কত।"

"কিয় ? মিচেছ বৰুৱাক তুমি সুধি নোচোৱা কিয় ? স্বামীৰ সুখৰ কাৰণে তেওঁ নিশ্চয় এইকন কৰিব।"

"তেওঁনো এই বিষয়ে কি কৰিব ? তাতে এটা ডাঙৰ ভয়ো সোমাই আছে।"

"যেনে ?"

"হয়তো অলকা মোৰ পৰা চিৰ জীৱনৰ কাৰণে হেৰাই যাব পাৰে, সেয়ে মোৰ প্ৰকাণ্ড ভয় ?"

"অসমৰ্থ শক্তিৰে তুমি তেওঁক চিৰকাল ধৰি থাকিব পাৰিবা জানো ?"

"যিমান দিনলৈকে পাৰো । খেলি-মেলি ভাববোৰে মোৰ মনটোক সম্পূৰ্ণ বিকাৰগ্ৰস্ত কৰি তুলিছে । আকোৰগজকৈ ধৰি থকা আত্মহত্যাৰ ভাবটোৰ পৰা ৰক্ষাৰ উপায় কি হব পাৰে ভাস্কৰ ?"

"তোমাৰ মিচেছৰ ওপৰতে সকলো নিৰ্ভৰ কৰে ।"

"এটা বংশধৰ প্ৰয়োজন আৰু সেই দৃশ্যটো আৰু প্ৰয়োজন ।"

"ময়ো তেনে উপায় আৰু ভাবি পোৱা নাই ।"

"অস্বাভাৱিক প্ৰজননৰ দ্বাৰাই হয়তো এটা বংশধৰ হোৱাটো সম্ভৱ আৰু ইটো থুনলুঙ আৰু তুমি ভাস্কৰ ! যদি মান্তি হোৱা মই ইয়াৰ কাৰণে যথেষ্ট টকা …… ।

"টকা দিলেও বহুত বস্তু কিনিব নোৱাৰি ?"

"তেন্তে উপায় ?"

"একমাত্ৰ উপায় দিওঁতা তোমাৰ মিচেছ বৰুৱা ।"

অমৰেন্দ্ৰই অলকাক তেওঁৰ মনটোৰ কথা ভয় ভয় কৰিয়েই খুলি কোৱা নাছিল । অলকাৰ লগত সঙ্গমৰ বিষয়েও তেওঁ কোনো চেষ্টা কৰাও নাছিল । তলে তলে তেওঁৰ মনটো হতাশত দিনে দিনে মৰহি গৈছিল, সঙ্গমৰ চেষ্টা কৰি বিফল মনোৰথ হ'লে বিলাতৰ সেই মাৰাত্মক ৰাতিটোৰ পুনৰাবৃত্তি হব বুলি তেওঁ দুৰ্ঘোৰ আশঙ্কা কৰিছিল । জীৱনত কোনো দিনে সঙ্গম সুখ নোপোৱা মনটো সঙ্গমৰ কাৰণে আকুল হৈ উঠিছিল । তেওঁ নিজৰ অক্ষমতাক গভীৰ অভিসম্পাত দিছিল ।

কিছুদিন আগৰ পৰা তেওঁৰ মনত এটা অদ্ভুতভাৱে ভুমুকি মাৰিছিল আৰু চিৰস্থায়ী ৰূপ লৈছিল । কাৰোবাৰ সঙ্গম দৃশ্য



এটা চাবলৈ তেওঁৰ মনটো উদ্বাউল হৈ উঠিছিল । কোনো তেনে উপযুক্ত পাত্ৰ-পাত্ৰী নাপায় শেষত ভাস্কৰক সেইদিনা মুক্তভাৱে সকলো ভাঙি-পাতি কৈছিল । জীৱনত তেওঁৰ এই গুপ্ত ৰহস্যবোৰৰ কথা ভাস্কৰৰ বাহিৰে আৰু কাকো কোৱা নাছিল ।

এই বিষয়ে অলকাক কবলৈও তেওঁৰ সাহস হোৱা নাছিল । শেষত ভাস্কৰৰ কথাত তেওঁৰ মনত কিছু সাহস হৈছিল আৰু অলকাক চল বুজি কথাটো কবলৈ একপ্ৰকাৰ ঠিক কৰিছিল । তেওঁ অধৈৰ্য্য হৈ পৰিছিল । শিলামূৰ্ত্তিটোৰ বুকু ভাঙি যেন এটা প্ৰবল ইচ্ছা বৈ আহিছিল । তেওঁ ভাঙিছিল, পাতিছিল । কেইবাদিনো অলকাক আজি নিশ্চয় কম বুলি ঠিক কৰিও শেষত কব নোৱাৰিছিল ।

সেইদৰে আৰু দুদিনমান পাৰ হৈ গৈছিল ।

এদিন অলকাক তেওঁৰ অন্তৰৰ গুপুত বাসনাটোৰ কথা মৰসাহস দি কৈছিল ।

অলকাই প্ৰথমতে কথাটো অকনো বুজা নাছিল আৰু বুজিছিল যদিও এটা অপদাৰ্থ ধনীৰ বদ মেজাজৰ খামখেয়ালী বুলি ধৰি লৈছিল । তাই অমৰেন্দ্ৰৰ লগত বিয়াখনৰ দৰে কথাটো উপলুঙাৰ ৰহস্য বুলি ভাবি লৈছিল ।

অলকাক তেওঁ বুজাবলৈ অশেষ চেষ্টা কৰিও পৰিষ্কাৰভাৱে কথাটো বুজাব পৰা নাছিল ।

অলকাৰ অদ্ভুত আৰু ভয়ানক ভাব এটা হৈছিল আৰু শেষত কৈছিল ।

"কথাটো মোক বুজাই দিয়াচোন ।"

"মই অতীষ্ঠ হৈ উঠিছো । তুমি মোৰ স্ত্ৰী হিচাবে মোৰ প্ৰতি তোমাৰ নিশ্চয় কৰ্ত্তব্য আছে ।"

"তেনে নোহোৱাহেঁতেন বিয়াৰ পিছদিনাই মই আঁতৰি গলোহেঁতেন ! তাতোকৈও তোমাৰ প্ৰতি মোৰ ডাঙৰ কৰ্ত্তব্য আছে তোমাৰ বংশ ৰক্ষা কৰা আৰু সেই কাৰণেই তুমি মোক বিয়াও

কৰাইছিলা ।" অলকাই অমৰেন্দ্ৰৰ কেঁচা ঘাত নিমখ ছটিয়াইহে দিছিল তথাপি অমৰেন্দ্ৰই কৈছিল ।

"মানুহৰ জীৱনটো এটা অদৃশ্য শক্তিয়ে পৰিচালনা কৰে ।"

"তেনে মোক বিয়া কৰাবলৈ তোমাক কোনো অদৃশ্য শক্তিয়ে গতিয়াই দিছিল । মানুহ নিৰুপায় হ'লেই অদৃশ্য শক্তিৰ আশ্ৰয় লয় ।"

"অযথা তৰ্ক কৰি লাভ নাই অলকা । মোক আন্তৰিকতাহীন বুলি ভাবিলে মোৰ আৰু দুখ হয় । তোমাৰ সুখৰ কাৰণে সকলো কৰিব পাৰো ।"

"সঁচা ।"

"নিশ্চয় ।"

"মোৰ কাৰণে সেই সকলো কৰিব পৰাৰ দিনটো আহিলে তোমাক মনত পেলাই দিম আৰু তেতিয়া পাহৰা বুলিয়েই কৰা ।"

"কেতিয়াও নাপাহাৰো ।"

"মোৰ ইচ্ছা পূৰণ হোৱাহেঁতেন হয়তো মোৰ মনৰ অৱসাদ আৰু বলিয়া কৰা বিকাৰগ্ৰস্ত ভাববোৰ আঁতৰি গ'লহেঁতেন । হয়তো উত্তেজনাবশত মোৰ শাৰীৰিক শক্তিও কিছু ঘূৰি আহিলহেঁতেন । এটা গভীৰ তৃপ্তিও পাম বুলি মোৰ ধাৰণা ।"

"বেচ কোৱা, মই কি কৰিব লাগে ?"

"তুমি কি কৰিব লাগে, মই ভাবিয়েই পোৱা নাই ।"

"চোৰা খুনলুঙক কিছু টকা দিলে হয়তো মান্তি হব আৰু এটা পুৰুষ ।"

"মই সেই কথাকে ভাস্কৰকো কৈছিলো ।"

"তেওঁ কি ক'লে ?"

"তোমাৰ কথা ক'লে আৰু ক'লে যে টকা দিলেও বহুত বস্তু কিনিব নোৱাৰি ।"



"তোমালোক পুৰুষবোৰ বৰ নিলাজ দেও । বাৰু তেওঁ আৰু কি ক'লে ?"

"মিচেছ বৰুৱাই তোমাৰ উপায়দাতা "

"টকা দিলে হয়তো কোনোবা ওলাব পাৰে কিন্তু তোমাৰ মান-সন্মানেই বাৰু ক'ত থাকিব ? আৰু মানুহে সেই কথাটো প্ৰচাৰ কৰি তোমাৰ বা আমাৰ দুয়োৰে গ্লানি নকৰিব, তাৰ কিবা মানৰ আছেনে ?"

"ঠিক কথা, সেই কাৰণে মই এটা কথা ভাবিছো অলকা, বৰ নিৰ্ম্মম কথা ।"

"কোৱাচোন ।"

"একে কথাতে দুটা কামেই হব । বংশ আৰু মোৰ বাসনা পূৰণ ।"

"কি কি ?"

"তুমি যদি সন্মত হোৱা, নহয় তুমি নিশ্চয় মাতৃ হবলৈ আকাঙ্খা কৰা ।"

"সঠিকভাৱে তোমাৰ মতটো মোক কোৱাচোন ।"

"তুমি যদি মান্তি হোৱা ভাস্কৰক এতিয়াই আহিবলৈ মই ফোন এটা কৰি দিও ।"

"তুমি বলিয়া হৈছা কিয়, ছিঃ ছিঃ এইবোৰ বৰ অসভ্য নিলাজ কথা ।"

অমৰেন্দ্ৰৰ মূৰ গৰম হৈ উঠিছিল । কলাঘাম দুই এটোপাল কপালত ওলাইছিল । তেওঁ ফোনটো তুলি, ভাস্কৰৰ ফোন নম্বৰটো কওঁতেই অলকাই অমৰেন্দ্ৰক গৰামাৰি ধৰি জোৰেৰে আঁতৰাই আনিছিল । অমৰেন্দ্ৰই অলপপৰ তলকা মাৰি বিভ্ৰম ভাৱেৰে কৈছিল ।

"তেনে দৃশ্য মই হয়তো সহ্য কৰিব নোৱাৰিম, অলকা মোৰ তিনিটা গুলী হয়তো খৰচ হব ।

এটা ভাস্কৰৰ কাৰণে।
এটা তোমাৰ কাৰণে।
এটা মোৰ কাৰণে।

আৰু দুদিন বাগৰি গৈছিল।

অমৰেন্দ্ৰ আগতকৈও আৰু অৱসাদগ্ৰস্ত হৈ পৰিছিল ; তেওঁৰ বায়ু পৰিবৰ্ত্তনৰ কাৰণে দাৰ্জ্জিলিঙলৈ যাবলৈ মনস্থ কৰি তেওঁৰ লগত পাপা-নানাকলৈ যাবলৈ বুলি প্ৰস্তাৱ কৰি যোৰহাটলৈ চিঠি দিছিল।

ভাস্কৰ ইয়াৰ ভিতৰতে কেইবাদিনো আহি অলকাক আলেঙে আলেঙে লগ ধৰিছিল। অলকাই অমৰেন্দ্ৰৰ কথা সকলো বিবৰি ভাস্কৰক কৈছিল। ভাস্কৰে মনপুতি শুনি কৈছিল।

"অলকা তোমাৰ জীৱনটো ইমান কৰুণভাৱে দুখৰ।" দীঘল হুমুনিয়াহ কাঢ়ি অলকাইও কৈছিল।

"মোক বিয়া কৰাবলৈ তোমাৰ দৰে বহুত ডেকাই ওলাইছিল আৰু শেষত মোৰ জীৱন নাটকৰ ৰূপ কেনে হৈছে দেখিছাই ?"

"অশান্তিৰ বিচুবিয়াচ এটা লৈ তুমি কেনেকৈ জীয়াই থাকিবা।"

"জীয়াই থাকিবই লাগিব। মানুহৰ জীৱনৰ দুৰ্দ্দান্ত আশা জীয়াই থকা, জীৱনক ভাল পোৱাৰ।"

"উপায় ক'ত ?"

"উপায় এসময়ত তুমিয়েই দিবা।"

"ডাইৰ্ভস কৰাৰ বাহিৰে আৰু উপায় নাই।"

"সকলোয়ে তাকে কয়। বাৰু তুমি মোক লৌকিক প্ৰথা মতে গ্ৰহণ কৰিবা নে নকৰা।"

"সদায় তোমাৰ কাৰণে মই সাজু আছো।"

"সদলবলে দাৰ্জ্জিলিঙলৈ যোৱাৰ কথা হৈছে। তুমি গ'লে খুউব ভাল হব।"



"সঁচাকৈয়ে।"

"ও।"

"দুদিনৰ পিছত অমৰেন্দ্ৰক ভাস্কৰে আবেলি পাঁচোটা বজাত আহি লগ ধৰিছিলহি। ভাস্কৰে অমৰেন্দ্ৰই আগতে কোৱা কথাটো উনুকিয়াই সুধিছিল।

"পিছে সেই কথাটো কি হ'ল ?"

"অলকাই একো উপায় দিব নোৱাৰিলে।"

"তুমি বহুত ক্ষীণালা। পৰিবৰ্ত্তনৰ কাৰণে বাহিৰলৈকে নেযোৱা কিয় ?"

দাৰ্জ্জিলিঙলৈ যাম বুলিয়েই পাপালৈ লিখিছো।"

"তুমিও ওলোৱাচোন। খুব ভাল লাগিব, পাপাহঁতৰ লগতনো কি ফুৰাচকা কৰিবা।"

"ময়ো যাব পাৰিলে বৰ সুখী হলোহেঁতেন।"

"অন্ততঃ পোন্ধৰ দিনৰ কাৰণে ছুটি লোৱাচোন ?"

"কামৰ যি ধুম ছুটি পোৱাই বৰ টান ?"

"মই শিলিগুৰিলৈ আৰু এটা চিট্ বুক কৰি থম।"

"মই বাৰু ফোনেৰে কালিলৈ তোমাক জনাম।"

দাৰ্জ্জিলিং।

কাঞ্চনজঙ্ঘা হোটেল।

এই আভিজাত্য হোটেলৰ লগালগিকৈ থকা সুসজ্জিত চাৰিটা কোঠা অমৰেন্দ্ৰই আগতে বুক কৰি থৈছিল। ছবিৰ দৰে পাহাৰত তৰপাতৰপে থকা ঘৰবোৰ, সাপৰ দৰে একাবেকা পৰ্ব্বতীয়া পথবোৰ, পাহাৰৰ গছ-গছনিবোৰ আৰু এইবোৰৰ ওপৰত সূৰ্য্যৰ ৰশ্মি পৰি জিকমিক কৰি নানা ৰঙ সলোৱা গিৰিসম্ৰাট দেখি তেওঁলোক আটায়ে বিমোহিত হৈছিল।

অমৰেন্দ্ৰৰ দলটোত আছিল, তেওঁৰ পাপাক, ভাস্কৰ, অমৰেন্দ্ৰৰ

ভনীয়েক সবিতা, এম. এ.ৰ ছাত্ৰী, পাপাকৰ বন্ধু গণপৎৰায়ৰ আমেৰিকা ফেৰত পুতেক শুভঙ্কৰ, অলকা আৰু খুনলুঙ।

পূৱফালৰ কোঠাটোত আছিল অমৰেন্দ্ৰৰ পাপাক। বয়সস্থ মানুহ অকলে নিৰলে থাকিবলৈকে তেওঁ ভাল পাইছিল। তেওঁৰ ওচৰৰ কোঠাটোত আছিল খুনলুঙ আৰু সবিতা। তৃতীয়টোত আছিল অলকা আৰু অমৰেন্দ্ৰ। চতুৰ্থটোত আছিল শুভঙ্কৰ আৰু ভাস্কৰ।

শুভঙ্কৰ আৰু ভাস্কৰ দুয়ো প্ৰায় কাণসমনীয়া ডেকা। ভাস্কৰে এই নতুন আগন্তুক দেখি পোনতে বৰ অস্বস্তি বোধ কৰিছিল। শুভঙ্কৰ তেওঁলোকৰ পৰিকল্পনাৰ কামত বাধা হব বুলি ভাবিছিল।

তেওঁ দাৰ্জ্জিলিঙলৈ অহাটো এনেয়ে নিস্ফল হব বুলি ধৰি এদিন গোমোথা মাৰি আছিল আৰু গহীন হৈ শুভঙ্কৰৰ চাল-চলন পৰ্য্যবেক্ষণ কৰিছিল। শুভঙ্কৰ এই দলটোত সাঙোৰ খোৱা দেখি ভাস্কৰ অলপ আচৰিত হৈছিল। শুভঙ্কৰৰ সবিতাৰ প্ৰতি আকৃষ্ট দেখি তেওঁৰ মনৰ সন্দেহ দূৰ হৈছিল আৰু তেতিয়াহে তেওঁৰ মনলৈ মুক্ত ভাৱ এটা আহিছিল।

শেষত অচিনাকি ভাৱবোৰ নাইকীয়া হৈছিল।

সকলোৱে অন্তৰ খুলি হাঁহিছিল, কথা পাতিছিল। দাৰ্জ্জিলিঙৰ অপূৰ্ব্ব শোভা সকলোৱে একেলগে উপভোগ কৰিবলৈ সুবিধা হোৱাত অন্তৰৰ খলাবমাবোৰ সকলোৰে সমতল হৈছিল।

অমৰেন্দ্ৰৰ মনো কিছু প্ৰফুল্লিত হৈ পৰিছিল। অমৰেন্দ্ৰই অলকাক এই কেইদিন এটা নতুন মৰমৰ চকুৰে চাইছিল আৰু ৰাতি-পুৱাই ব্ৰেকফাষ্ট খাই সকলো দাৰ্জ্জিলিঙ চাবলৈ ওলাই গৈছিল। দুপৰীয়া ঘূৰি আহি লান্স খাই অলপপৰ শুই লৈ তাচ, পাশা, ডবা খেলিছিল। নতুন বন্ধু-বান্ধৱ গোটাই লৈছিল।

ৰাতি শুৱৰ সময়ত অমৰেন্দ্ৰই অলকাক কৈছিল, "তোমাক অশেষ ধন্যবাদ অলকা।"



"কথা নোকোৱা মানুহটো দেখোন হঠাৎ অলপ বেছিকৈ কথা কবলৈ আৰম্ভ কৰিছা ?"

"অন্তৰত কথাৰ কাঞ্চনজঙ্ঘাৰ দৰে এটা মস্ত গিৰিশৃঙ্গ আছে। সেইবোৰ বৰফ হৈ গলি বৈ নোযোৱাটোৱেই মোৰ জীৱনত আটাইতকৈ দুখ।"

"কি হ'ল কোৱাচোন।"

"এই অপূৰ্ব প্ৰকৃতিৰ এই উন্মাদ সৌন্দৰ্য্যবোৰ দেখি মই কেতিয়াবা বৰ চঞ্চল হৈ উঠো। উঠিলেও শেষত মোৰ বুকুখন নগলা বৰফৰ দৰে হিম হৈ পৰে। মই যে একোৱেই উপভোগ কৰিব নোৱাৰো। এটা উপভোগৰ দৃশ্যকে যদি চাব পাৰিলোহেঁতেন !!"

"তুমিয়েই আকৌ কৈছিলা এনে নিৰ্ম্মম দৃশ্য তুমি সহ্য কৰিব নোৱাৰা বুলি।"

"মোৰ মনটো সঘনে সলনি হৈ থাকে। কিবা এটা কৰিব বুলি ভাবো আকৌ মযে তৎক্ষণাত মনটো পৰিবৰ্ত্তন কৰো। মই আজিলৈকে নিজকে অকনো বুজিব নোৱাৰিলো। তুমি কিবা এটা কৰিব নোৱাৰানে অলকা।"

"তোমাৰ অন্তৰৰ ইচ্ছাটো পূৰণ কৰা অসম্ভৱ যেন লাগিলেও মই নিশ্চয় চেষ্টা কৰিম। এতিয়া শুই থাকা।"

অলকাই অমৰেন্দ্ৰৰ মূৰৰ চুলিবোৰ হাত বুলাই বুলাই মৰমেৰে কৈছিল।

মনৰ এটা প্ৰচণ্ড অপূৰণ ইচ্ছাত অমৰেন্দ্ৰ যে দিনে-ৰাতিয়ে দহি মৰিছে অলকাই সেইটো উপলব্ধি কৰিছিল, তাইও নিজৰে ফুল শয্যাৰ ৰাতি তাই সেই অপূৰণ বাসনাটো লৈ থাকিব লগা হোৱাত তাইৰ কেনে লাগিছিল আৰু এই মানুহটো দিনে-ৰাতিয়ে সেইদৰে থাকিব লগা হৈছিল। তাই এদিনতে অসম্ভৱ যন্ত্ৰণা ভুগিছিল। তায়ো সেই অন্তৰ্দাহৰ অগণিত হয়টো জ্বলি দহি মৰিব লাগিল-হেঁতেন—যদি তাই দুঃসাহসিক নহ'লহেঁতেন। যদি তাই

নিজকে নিলাজভাৱে আনক উপযাচিকা হৈ বিলাই নিদিলে-হেঁতেন !”

অমৰেন্দ্ৰৰ কথাটো লৈ তাই গভীৰভাৱে চিন্তা কৰিছিল ; যিটোৰ পৰা হয়টো এটা অভাৱনীয় দুৰ্ঘটনাও হব পাৰে, যিটোৰ বিষয়ে অমৰেন্দ্ৰই নিজেই এটা অবিচল সিদ্ধান্ত কৰিব পৰা নাই ।

অমৰেন্দ্ৰ শুই পৰিছিল । অলকাৰ অন্তৰ অমৰেন্দ্ৰৰ কাৰণে কিছু গুমৰি উঠিছিল । অলকাই অমৰেন্দ্ৰৰ কাৰণে ক্ষন্তেকীয়া এটা দুখো অনুভৱ কৰিছিল । অমৰেন্দ্ৰৰ কথা তাই ভাবিছিল । এজনী ছোৱালীৰ প্ৰতি কিমান মোহ এই মানুহটোৰ । নিজে ভোগ কৰিব নোৱাৰে অথচ বন্ধোৱা বলধৰ দৰে পিছে পিছে লৰি ফুৰিব, আনকো উপভোগ কৰিবলৈ নিদি শিঙেৰে খুচি আনক জখম কৰিব ।

অমৰেন্দ্ৰৰ দৰে এটা পুৰুষে সকলো পাইয়ো জীৱনত একো নাপালে, গোটেই জীৱনটোৱেই বেচেৰাৰ ব্যৰ্থ । অক্ষমতাৰ গ্লানিৰ পৰাজয়কে বুকুত সাৱটি জীয়াই থাকিব লগা হ'ল । অক্ষমতাৰ ঈৰ্ষাত নিজৰ ইচ্ছাটো ভাস্কৰ আৰু অলকাৰ আগত নিলাজভাৱে প্ৰকাশ কৰিছিল । কিমান মাৰাত্মক আৰু উন্মাদ সেই ইচ্ছাটো । সেইটোৱেই জীৱনৰ শেষ ইচ্ছাও হব পাৰে, সেই দৃশ্যটো চাবলৈ পালে মনত অপাৰ শান্তিও পাব পাৰে, নহ'লে উত্তেজনাত উন্মাদ হৈ এটা দুৰ্জ্জয় নাটকীয় দুৰ্ঘটনাও হয়টো কৰিব পাৰে ? অমৰেন্দ্ৰই কোনটো কৰিব ?

অন্য কাৰোবাৰ যদি এনে এটা দৃশ্য অমৰেন্দ্ৰক দেখুৱাব পৰা যায় ?

অমৰেন্দ্ৰৰ জীৱনত অলকা কোনো প্ৰয়োজনতেই নাহিল । যদি এই কণকে কৰি মানুহটোকে অকন তৃপ্তি বা শান্তি দিব পৰা যায় । অলকাই আনৰ তেনে এটা দৃশ্য মনতে কল্পনা কৰিছিল আৰু সুবিধা হ'লেই অমৰেন্দ্ৰৰ ইচ্ছাটো পূৰণ কৰিবলৈ মনস্থ কৰিছিল । এই অপদাৰ্থটোৱে চল-চক্ৰান্ত কৰি তাইক বিয়া কৰোৱাৰ প্ৰতিশোধটোৰ পূৰণ কৰাৰ ইচ্ছা এটাও তাইৰ সমানে আহিছিল ।



সমান্তৰালভাৱে দুখন নৈ তাইৰ অন্তৰত ওভোটাকৈ বৈ যোৱা তাই গম ধৰিছিল ।

পিছদিনা পুৱা সকলোৱে ডাইনিং ৰুমত বহি ব্ৰেক্‌ফাষ্ট খাই দৃশ্য চোৱাৰ এটা পৰিকল্পনা কৰিছিল । শেষত তেওঁলোকে টাইগাৰ হিলকে চাবলৈ মনস্থ কৰি ওলাই গৈছিল । অমৰেন্দ্ৰৰ পাপাক দলটোত যোৱা নাছিল আৰু খুনলুঙে তেওঁৰ তদাৰক কৰিবলৈ বুলি তাইও ৰৈ গৈছিল ।

সবিতা, অলকা, শুভঙ্কৰ, ভাস্কৰ, অমৰেন্দ্ৰ একেলগে কোঢ়াল কৰি নানা কথা পাতি পাতি অকোৱা-পকোৱা পৰ্ব্বতীয়া পথেৰে বহুত দূৰ ওপৰলৈ উঠি গৈছিল ।

শুভঙ্কৰ আৰু সবিতা, ভাস্কৰ, অলকা আৰু অমৰেন্দ্ৰতকৈ আগ বাঢ়ি গৈছিল । অমৰেন্দ্ৰ কিছু লেথোপা আৰু শকত হোৱাত পৰ্ব্বত বগোৱাত বৰ কষ্ট অনুভৱ কৰিছিল । তেওঁৰ কাৰণে অলকা আৰু ভাস্কৰ ৰৈ ৰৈ যাব লগা হৈছিল । হাতত থকা ফ্লাস্কটোৰ পৰা অমৰেন্দ্ৰই কিছু চাহ খাই লৈছিল, ঘনে ঘনে ৰৈছিল, ডাঙৰ শিল এডোখৰ দেখিলেই ভাগৰ পলাবলৈ বহিছিল ।

কিছুদূৰ তেওঁলোকে এনে গতিৰেই গৈ আছিল । অলপ দূৰ গৈ তেওঁলোকে এটা ঠিয়গড়া বগাব লগা হৈছিল । সেইখিনিতে অমৰেন্দ্ৰ একেবাৰে ভাগৰি পৰিছিল । তেওঁ কোনোপধ্যেই আৰু পৰ্ব্বত বগাব নোৱাৰে বুলি কৈ তাতে ফোপাইছিল । অলকা আৰু ভাস্কৰক টাইগাৰ হিলৰ ওপৰলৈ যাবলৈ কৈছিল, নহ'লে তেওঁৰ লগতে তেওঁলোকৰ আশাটোও পৰিপূৰ্ণ নহব বুলি কৈ তাতে তেওঁ বহি পৰিছিল । অলকাই অকলে ভাস্কৰৰ লগত যাবলৈ অমান্তি হোৱাত অমৰেন্দ্ৰই জোৰ কৰিয়েই তেওঁলোকক পঠিয়াই মনমোহা দৃশ্য চাইছিল ! তেওঁ বাইন'কুলাৰটো উলিয়াই লৈছিল ।

ভাস্কৰ, অলকা অলপ দূৰ গৈয়ে অমৰেন্দ্ৰৰ আঁৰ হৈছিল । পৰ্ব্বতৰ এটা কেঁকুৰি বগাই তেওঁলোক দুয়ো আগবাঢ়ি গৈ আছিল ।

উঠা-নমা, অকোৰা-পকোৰা পথেৰে তেওঁলোকে আৰু কিছুদূৰ গৈ নিৰ্জ্জন এটা নিজৰাৰ পাৰত ছুয়ো এছটা শিলত ওচৰা-ওচৰিকৈ বহিছিল। নিজৰাৰ পানীতে অলকাই মুখখন ধুই ভাস্কৰৰ পৰা ৰুমালখন লৈ মুখখন মছি লৈছিল। অলকাৰ সেন্দুৰ ৰঙাপৰা মুখনলৈ ভাস্কৰে চাই চাই অলকাক মাতিছিল।

"অলকা।"

"উ!"

"এই নিজৰাৰ সোঁতৰ দৰে ভাববোৰ আছে কিন্তু কথাৰে দেখোন প্ৰকাশ কৰিব নোৱাৰিব।"

"মানুহৰ জীৱনত প্ৰায় কথাই অসম্পূৰ্ণ আৰু অপ্ৰকাশ হৈয়ে ৰয়। তোমাৰ মোৰো।"

"সেইদৰে অমৰেন্দ্ৰৰো এটা বিশেষ আশা অপূৰণ হৈ ৰল।"

"সেইটো কি।"

"এটা উপভোগৰ দৃশ্য।"

"যোৱা ৰাতি মোক তেওঁ তেনে কথা এটাৰ বিষয়েও বাৰে বাৰে কৈছিল।"

"তেনে অমৰেন্দ্ৰই তোমাক সকলো কৈছে।"

"ও।"

"পাৰিবানে নোৱাৰা।"

"তুমি মান্তি হ'লে সকলো সম্ভৱ।"

"তেনে আজি ৰাতি।"

"ও।"

ভাস্কৰৰ গাত অলকাই আউজি বহিছিল। তেওঁলোকৰ পিছফালে থকা এডাল ডাঙৰ গছক এডাল যুলাম লতাই মেৰিয়াই ওপৰলৈ উঠি গৈছিল আৰু পিছফালে ঝৰনাখনৰ নিৰ্ম্মল পানীবোৰ ঝিৰ ঝিৰ শব্দ কৰি বৈ গৈছিল।



সবিতা আৰু শুভঙ্কৰ কেতিয়াবাই বহুত দূৰ আগবাঢ়ি কোনেও নেদেখা ঠাই এডোখৰ ওচৰা-ওচৰিকৈ বহি জিৰণি লৈছিল। সিহঁতৰ পিছফালে বনৰীয়া ফুলবোৰ ওপচি আছিল।

শুভঙ্কৰে সবিতাক কৈছিল।

"কিমান কথা সবিতা কম কম বুলি শেষত দেখিছো জীৱনৰ কাৰণে সকলোৰেই নোকোৱা হৈয়ে ৰল।"

"এতিয়াই কোৱাচোন।"

"কোৱাৰ আগতেই তোমাৰ ডাক্তৰটোৰ লগত বিয়া হৈ যাব।"

"তেনে ওমৰ খায়ামৰ দৰে কালিলৈ কিয় আজিয়েই।"

"ঠিক।"

"ও।"

"তেনে আজি ৰাতিয়েই যিমান পাৰো, কম।"

গোটেলত অমৰেন্দ্ৰৰ পাপাকক খুনলুঙে ভালকৈ হাত ভৰি পিটিকি দিছিল। এই ছুদিন পাহাৰ বগাই তেওঁৰ বোলে কলাফুল, কৰঙনত বৰ বিষ উঠিছিল।

তেওঁ খুনলুঙক কৈছিল।

"খুনলুঙ।"

"দেউতা।"

"ইহঁত আহিবৰ হৈছে।"

"তেনে।"

"নিৰলে পিছত দিবি।"

"কতিয়া?"

"আজি ৰাতিলৈকে।"

অমৰেন্দ্ৰই বাইন'কুলাৰটো চকুত দি দূৰৈৰ দৃশ্যবোৰ চাই চাই বিভোৰ হৈছিল। তেওঁৰ সন্মুখত থকা গা গছ জোপাৰ সোঁফালে

বাইন'কুলাৰটো দি হঠাৎ দেখিছিল । দূৰৈত পাহাৰৰ কিছু নামনিত এটা ডেকাই আৰু এজনী গাভৰুৱে শিল এছটাত বহি ওঠত ওঠ লগাই চুমা খাইছিল । তেওঁৰ বহুতপৰ এই দৃশ্যটো চাই চাই তেওঁ নিজে ৰোমাঞ্চিত হৈ উঠিছিল । তেওঁৰ সন্মুখৰ গছজোপাৰ সোঁফালে এনেয়ে বাইন'কুলাৰটো ঘূৰাই চাওঁতে তেনে অন্য এটা দৃশ্য তেওঁ দেখি সেইটোকো ভালেপৰ চাই আছিল । এটা ডেকাই ফুলৰ জোপোহাৰ মাজত এজনী গাভৰুক সাৰটি ধৰিছিল আৰু প্ৰথম দৃশ্যটো চাবলৈ বুলি তেওঁ বাইন'কুলাৰটো দি চাওঁতে এডাল গছক এডাল লতাই সাৰটি মেৰিয়াই থকাহে দেখিছিল । সেইখিনিৰ পৰা চাওঁতে ফুলৰ বাহিৰে তেওঁ আৰু একো দেখা নাছিল । সেইখিনিৰ পৰা কাঞ্চনজঙ্ঘা হোটেলখন ৰিণিকি বিনিকি দেখা গৈছিল । তেওঁ এনেয়ে বাইন'কুলাৰটো দি হোটেলখন চাইছিল। দৃশ্য দুটা তেওঁ দেখিবলৈ নোপোৱাত তেওঁৰ মনটো মৰহি গৈছিল। এই দৃশ্য দুটাত তেওঁ নতুন জীৱন এটা দেখিছিল । এনে দৃশ্য চাই থাকিবলৈ পালে তেওঁ গোটেই জীৱন আনন্দৰেই কটাব পাৰিব বুলি ভাবিছিল ।

এই দৃশ্য দুটাৰ কথা ভাবি ভাবি কিবা এটা সুখৰ কল্পনা কৰি তেওঁ তাতে শুই পৰিছিল । ভাস্কৰে তেওঁক জগাই দিওঁতেহে সাৰ পাই উঠিছিল । তেওঁ ভাস্কৰকে এই দুটা দৃশ্যৰ কথা কৈ কৈ আমোদ কৰি হাঁহিছিল । ভাস্কৰে তেওঁৰ পৰা বাইন'কুলাৰটোলৈ অমৰেন্দ্ৰই আঙুলিৰে দেখুৱাই দিয়াৰ ফালে চাই একো নেদেখি অলকাক বাইন'কুলাৰটো ভাস্কৰে দি ৰহস্যৰে কৈছিল ।

অলকাই বাইন'কুলাৰটোৰে এনেয়ে চাই শেষত অমৰেন্দ্ৰৰ মতিভ্ৰম হৈ মৰুভূমিত ওৱেচিচ দেখা বুলিহে কৈছিল । মানুহৰ মনৰ প্ৰৱল ইচ্ছাই ইলিউচন সৃষ্টি কৰে বুলি কৈছিল । আটাইকিজনে খিল খিলকৈ হাঁহিছিল । তেওঁলোক চাৰিওজনে হোটেলৰ ফালে খোজ লৈছিল । সবিতা আৰু শুভঙ্কৰে গা-পা ধুই লাঞ্চৰ



কাৰণে তেওঁলোকৰ কাৰণে আগৰপৰা বৈ আছিল । খোৱা-লোৱা শেষ কৰি তেওঁলোকে আৰু সেইদিনা ক'লৈকো ওলাই যোৱা নাছিল ।

গধূলি নিৰলে খুনলুঙে অলকাক ফুচফুচাই কিবা কৈছিল । তাইক আগতে কোৱা কথাটোৰ প্ৰমাণ লবলৈ অলকাক তাই সকিয়াই দিছিল । অলকাই মুঠতে বাৰু বুলি অৰ্থৰে হাঁহি খুনলুঙক চকু টিপিয়াই আৰু কিবা এটা কৈছিল ।

ৰাতি খাই বৈ নিজৰ কোঠাত সোমাই সকলো শুই পৰিছিল । বাহিৰত বৰফৰ বৰষুণ হৈছিল । নিজৰ নিজৰ বিছনাত শুই শুই সকলোৱে শেঁত শেঁতীয়া অনুভৱ কৰিছিল । ৰাতি তেতিয়া প্ৰায় বাৰটা বাজি গৈছিল । চাৰিওফালে আন্ধাৰ আৰু গহীন হৈ পৰিছিল । শুভঙ্কৰে সাৰসিৰিকতি নোহোৱাকৈ বিছনাৰ পৰা সাৱধানেৰে উঠি কোঠাটোৰ পৰা ওলাই দুৱাৰখন বাহিৰৰ পৰা জপাই সবিতা, খুনলুঙ শোৱা কোঠাটোৰ ওচৰলৈ গৈছিল । শুভঙ্কৰ উঠাৰ লগে লগে ভাস্কৰে বিছনাৰ পৰা উঠি দুৱাৰখন অকন খুলি শুভঙ্কৰৰ গতিবিধি লক্ষ্য কৰিছিল । সবিতাৰ কোঠাৰ ফালে শুভঙ্কৰ যোৱাতেহে তেওঁ নিশ্চিন্ত হৈছিল । সবিতাহঁত থকা কোঠাটোৰ দুৱাৰখন লাহেকৈ মেলি খুনলুঙে বাহিৰলৈ ভুমুকিয়াই চাওঁতেই ছাঁৰ দৰে শুভঙ্কৰক দেখি ভয়ত খুনলুঙে ভিতৰ সোমাই গৈছিল। শুভঙ্কৰ একে কোবেই বাৰান্দাখন পাৰ হৈ নিজৰ বিছনাত পৰিহে দীঘলকৈ উশাহ লৈছিল । তাৰ আগতে ভাস্কৰেও একে জাপেই বিছনাত উঠি লেপখন গাৰে-মূৰে লৈ নাকেৰে ঘোঁৰঘোঁৰাই দুৰ্ঘোৰ টোপনিৰ ভাও ধৰিছিল ।

সকলো নিস্তব্ধ হৈছিল । এনেকৈয়ে প্ৰায় কুৰি মিনিটমান পাৰ হৈ গৈছিল ।

খুনলুঙে ভয়ে ভয়ে এইবাৰ তুৱাৰখন খুলি পোনতে মূৰটো উলিয়াই চাৰিওফালে চাই নিশ্চিন্ত হৈ লৈছিল। তাই সাৱধানে বাৰান্দালৈ ওলাই আহি তৎক্ষণাত অমৰেন্দ্ৰৰ পাপাকৰ কোঠাত সোমাই তুৱাৰখন বন্ধ কৰিছিল। খুনলুঙ ওলোৱাটো শুভঙ্কৰে চাই আছিল আৰু তাই সিটো কোঠাত সোমোৱাৰ লগে লগে শুভঙ্কৰে সাউৎকৰে সবিতাৰ কোঠাটোলৈ সোমাই গৈছিল আৰু তুৱাৰখন এনেয়ে বন্ধ কৰি দিছিল।

ভাস্কৰে সকলো লক্ষ্য কৰি আছিল।

অলকাই অমৰেন্দ্ৰক ভালকৈ চাই লৈছিল। দিনৰ ভাগৰত অমৰেন্দ্ৰৰ লালকাল টোপনি আহিছিল। অলকাই নিশ্চিন্ত হৈ নিজৰ কোঠাৰ পৰা ওলাই ভাস্কৰৰ কোঠাত সোমাব খোজোতেই ভাস্কৰে তেওঁৰ হাতখনত ধৰি ভিতৰলৈ আলফুলকৈ সুমাই নি তুৱাৰৰ হুকতো বন্ধ কৰি দিছিল।

অলকাই শক্তিশালী এটা পুৰুষ বিচাৰিছিল। ভাস্কৰেই সেই পুৰুষটো বুলি ভাবিছিল। তাইৰ মনটো শিহৰণৰ আনন্দত ভাৰি গৈছিল। ভাস্কৰলৈ তাইৰ আৰু মৰম লাগিছিল। হঠাৎ অমৰেন্দ্ৰৰ কথা তাইৰ মনত পৰি ভাস্কৰক সুধিছিল।

"অমৰেন্দ্ৰ তোমাৰ পৰম বন্ধু।"

"নিশ্চয়।"

"তেওঁৰ কাৰণেই তুমি এই আনন্দ সুখ পাইছা।"

"নিশ্চয়।"

"তেওঁৰ ইচ্ছাটো পূৰণ কৰিবলৈ যত্ন নকৰা কিয়?"

"অতি কুৎচিত, অতি বীভৎস ইচ্ছাতে অপৰূপ সুন্দৰ সৃষ্টি হৈছে তুমি কি কৰিবলৈ কোৱা?"

"তোমাৰে মোৰে এনে এটা তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে।"

"তেনে?"

"খুনলুঙ আৰু তুমি।"



"বলিয়া নেকি? মোক কিবা জন্তু, জানোৱাৰ পাইছা নেকি?"

"তেনে এই কামত গোটেই পৃথিৱী জন্তু, জানোৱাৰ।"

"মই বাৰু ভাবি চাও।"

"আজি অৱশ্যে নহয়। খুনলুঙ পাপাৰ লগত ব্যস্ত। কালিলৈ তুমি আৰু খুনলুঙ, মই আৰু অমৰেন্দ্ৰই চাম।"

"ধেৎ কি অসভ্য? বাৰু কথা এটা কোৱাচোন এই মাৰোৱাৰী বাচ্চাটিৰ লগত সবিতা কেনেকৈ ফাচিল?"

"মাৰোৱাৰী বাচ্চা বুলি যে নাক সিকটাইছা? আজি গোটেই ভাৰততে মাৰোৱাৰীবোৰেহে উপাদেয়, উৎকৃষ্টতম খাদ্য খাইছে, সুন্দৰীবোৰ উপভোগ কৰিছে। মাৰোৱাৰীৰ কাৰণেই আমাৰ শহুৰ চহকী। সবিতাৰ পৰা শুভঙ্কৰে সুদ আদায় কৰিছে।"

"সবিতাৰ বোলে কোনোবা ডাক্তৰৰ লগত বিয়া হব? শহুৰেৰে বোলে তাক বিলাতলৈ পঠাব?"

"কিয় তোমাৰ সবিতাক বিয়া কৰাবৰ মন গৈছে নেকি?"

"সবিতা, এটা অভজা পুতলা। তাতে বৰ কেনকেনীয়া। হেৰা ৰাতি পুৱাবৰ হ'ল। সি আহিবৰ হৈছে।"

"এতিয়াও নৌ এথোন। তুয়ো মধুকুঞ্জ ৰচনা কৰিছে।"

তৃতীয় দিনা ৰাতি, এনে সময়তে অলকাই ভাস্কৰক কৈছিল, "মই অমৰেন্দ্ৰৰ কথাহে ভাবিছো।"

"কি কথা?"

"সেই কথাটো।"

"আজি অকন সোনকালে এৰি দিয়াচোন। কালিলৈ গোটেই ৰাতিটো।"

"মতলব?"

"তুমি মাথো তুৱাৰখন খুলি মূৰটো উলিয়াই চাই থাকিবা।"

"কি কৰিবা?"

"কৈছো নহয়, চাই থাকিবা ?

"বাৰু ?"

ভাস্কৰে দুখেৰে অলকাক এৰি দিছিল। অলকাই নিজৰ শোৱা কোঠাত সোমাই অমৰেন্দ্ৰক জগাই দিছিল আৰু অলপ পৰৰ পিছত অলকাই অমৰেন্দ্ৰকলৈ বাহিৰৰ বাৰান্দাখন লৈ ওলাই আহি অমৰেন্দ্ৰৰ পাপাকৰ শোৱা কোঠাৰ দুৱাৰখনৰ আগত দুয়ো মনে মনে ৰৈছিলহি। ভাস্কৰে নিজৰ কোঠাৰ দুৱাৰখনৰ পৰা মূৰটো উলিয়াই সিহঁতৰ আলেখ-লেখ চাইছিল।

অলকাই অমৰেন্দ্ৰক ফুচফুচাই কৈছিল, "সেই দৃশ্য চাই ধৈৰ্য্যৰে ৰব পাৰিবা ? তুমি তেন্তে চাবা ?"

"অতি আগ্ৰহেৰে।"

"সঁচা।"

"মই অধীৰ হৈ পৰিছো।"

"এই কোঠাৰ দুৱাৰখন মেলি চোৱাচোন।"

"তাত কোন কোন আছে ?"

"বিশ্বাস কৰিবা ?"

"নিশ্চয়।"

"তাত তোমাৰ পাপা আৰু........"

"আৰু কোন ? কোৱাচোন......"

"আৰু খুনলুঙ ?"

"খুনলুঙ" ??? অলকাই অমৰেন্দ্ৰৰ মুখত টেপা মাৰি ধৰিছিল।

"ও।"

"ইও কি সম্ভৱ ? তুমি সঁচা কৈছা নে ?"

"অকনো মিছা কোৱা নাই।"

"অসম্ভৱ।"

"কাণ দি শুনাচোন ?"



অমৰেন্দ্ৰই সঁচাকৈয়ে দুৱাৰৰ ফাকটোত কাণ দি শুনিছিল।

"খুনলুঙ।"

"দেউতা।"

"তয়ে মোক ডেকা কৰি ৰাখিছ !"

অমৰেন্দ্ৰ সাউৎকৰে দুৱাৰ খনৰ ওচৰৰ পৰা আঁতৰি আহিছিল। জোৰেৰে চিঞঁৰি উঠিব খোজোতেই অলকাই তেওঁৰ মুখত হাতখনেৰে টেপা মাৰি ধৰিছিল।

অমৰেন্দ্ৰৰ মূৰটো ঘূৰোৱা যেন পাইছিল আৰু সেঁহাই সেঁহাই কৈছিল, "অলকা অসম্ভৱ, অসহ্য !!!"

"বাৰু পাপাৰৰ এই দৃশ্য তোমাৰ অসহ্য যেতিয়া অন্য এটা দৃশ্য নিশ্চয় চাই বেছ উপভোগ কৰিব পাৰিবা। আহা।"

অমৰেন্দ্ৰক অলকাই হাতত ধৰি দ্বিতীয় কোঠাটোৰ দুৱাৰখনলৈ আহিছিল। অমৰেন্দ্ৰৰ নিজৰ ইচ্ছা শক্তি বিলোপ হোৱা যেন পাইছিল।

অলকাই অমৰেন্দ্ৰক কৈছিল, "এই কোঠাটোৰ দুৱাৰখন নিঃসঙ্কোচৰে খুলি দিব পাৰা।"

"ইয়াত কোন ?"

"সবিতা আৰু শুভঙ্কৰ। মই টৰ্চ্চটো জ্বলাই দিম।"

অলকাই কোঠাটোৰ দুৱাৰখন কোনো শব্দ নকৰাকৈ অকনমান মেলি দিছিল। তাৰ পৰা পুৰুষ আৰু নাৰীৰ কণ্ঠৰ অস্ফুট ধ্বনি কিছুমান সিহঁত দুয়ো শুনিছিল।

"আস্...উস্...ইস্।"

অমৰেন্দ্ৰৰ ভৰিৰ তলখন জোৰে কঁপা যেন অনুভৱ কৰিছিল। সেইখিনিতে ঢলি পৰিব খুজিছিল আৰু মুখেৰে গোৰগোৰাই কৈছিল, "অলকা, তুমি ইমান নিষ্ঠুৰ ?"

অলকাৰ গাতে ভেজা দি দি অমৰেন্দ্ৰ নিজৰ কোঠাটোলৈ সোমাই গৈ বিছনাত শুই পৰিছিল। ভাগৰত কিছু ফোঁপাই-

ছিল আৰু অবিশ্ৰান্তভাৱে অনৰ্গল বকি গৈছিল। "এনে ঘটনা জীৱনত কেতিয়াও দেখিম বুলি ভবা নাছিলো। নিৰ্ম্মম। অসহনীয়। উস্।

দুৰ্ঘোৰ যন্ত্ৰণা? পৃথিৱীত কোনোবাই কামনাৰ জুই লগাই দিলে নেকি অলকা? এই জুইয়ে মোকহে পোৰা নাই কিন্তু সকলোকে একালৰ পৰা দহি নিছে। মইহে এটা মৰাশৰ দৰে এই জুইৰ পোৰণি নীৰৱে সহ্য কৰিছো আৰু আনৰ পোৰণৰ ছিঃ ছিঃ!! কিমান বীভৎস?

কিমান কুৎসিত এই পাশবিক দৃশ্য। নেদেখিলেও মই অনুমান কৰিছো!! মোৰ পিস্তলটো আৰু চাৰিটা গুলী দিয়া অলকা। নহয় নহয়, এই দৃশ্য সম্পূৰ্ণ চাইহে মোৰ তৃপ্তি হব।"

অমৰেন্দ্ৰই বকি বকি শেষত তলকা মাৰিছিল।

পিছদিনা গোটেই দিনটো বৰষুণ দিয়াত কোনো কলৈকো ওলাই যোৱা নাছিল। অমৰেন্দ্ৰই বিছনাতে শুই শুই গোটেই দিনটো অতিবাহিত কৰিছিল।

ভাস্কৰ, অলকা, শুভঙ্কৰ আৰু সবিতাই তাচ খেলিছিল। আৰু অমৰেন্দ্ৰৰ পাপাকে কিছুমান জৰুৰী চিঠি লিখিছিল।

ৰাতি।

যোৱা ৰাতিৰ সময়তে চাৰিটা কোঠাৰ দুৱাৰবোৰ সেইদৰে খোল খাইছিল আৰু সেইদৰে জাপ খাইছিল।

শুভঙ্কৰ সবিতাৰ কোঠালৈ যোৱাৰ অলপ পৰৰ পিছতেই ভাস্কৰৰ কোঠালৈ অলকা আহিছিল। যোৱা কালিৰ ঘটনালৈ দুয়ো আলোচনা কৰিছিল। ভাস্কৰে অলকাক সুধিছিল, "অমৰেন্দ্ৰক সকলোবোৰ কথা এনেভাবে কিয় জানিবলৈ দিলা!"

"সকলো জনা উচিত।"

"কিয়?"



"তেওঁ কিয় এজনী নিৰপৰাধী ছোৱালীক নিজৰ খামখেয়ালীত বিয়া কৰাইছিল। স্বাস্থ্যবান সক্ষমৰ কাৰণে ভোকত থকাতো কিমান অসহ্য যন্ত্ৰণাদায়ক ভোকাৰ্ত্তইহে বুজে, তেওঁ এতিয়া মোৰ অৱস্থাটো বুজিছে। দ্বিতীয়তে তেওঁ জনা উচিত তেওঁৰ নিজৰ বংশটো কি? তেওঁ নিজকলৈ বৰ গৰ্ব্ব কৰে?"

"তুমি নিজেওতো অভিজাত্য পৰিয়ালৰ সন্তান?"

"হ'লেও মোৰ আই দুখীয়া ঘৰৰ। অভাৱগ্ৰস্তৰ প্ৰতি মোৰ এটা স্বাভাৱিক সহানুভূতি আছে। ইহঁতে চকুৰ আগতে খাবলৈ নাপায় শ শ মৰি গ'লেও ইহঁতে পেট ভৰাই পোলাও, মাংস খাই উগাৰ মাৰে, দুখীয়াৰ চাল টানি খোৱাৰ কাৰণেই ইহঁত ধনী, ইহঁত অভিজাত।"

"তুমিও আৰু?"

"হয়তো দেউতালৈ মোক বিয়া কৰাম বুলি চিঠি দিছিলা, উত্তৰটো দেউতাই কি বুলি দিছিল। এটা সাধাৰণ মিলিটেৰী চাকৰি কৰা ল'ৰালৈ মোৰ ছোৱালী বিয়া নিদিওঁ বুলি লিখিছিল। তোমালৈ লিখাৰ দৰে আৰু এজনক মুখতে নিলাজভাৱে কৈছিল, "তোমালৈ ছোৱালী দিলে মোৰ বংশত কুখ্যাতি আৰু কলঙ্কহে হব।"

"এতিয়া দেখোন তেওঁলোকে মোক বেছ আদৰ-সাদৰ কৰে।"

"এতিয়া তুমি কৰ্ণেলৰ কাৰণে। ইহঁত ইলুটি-সিলুটি।"

"তোমাৰ মুখত কমিউনিজিমৰ লেক্‌চাৰ নুসুৱাই, থোৱা।"

"মই সাধাৰণ মানৱতাহীনতাৰ কথাহে কৈছো, ধনৰ আৰু অভিজাতৰ গৌৰৱত মোকে বলি দিলে, আনৰ কি কথা?"

"বাৰু কোৱাচোন। অমৰেন্দ্ৰই কিয় ইমান সোনকালেই যাম যাম কৰিছে।"

"ইয়াত থকা মানে তেওঁ পাপাৰ আৰু সবিতাৰ বীভৎসতাক সহায় কৰাহে হব বুলি কৈছে।"

"তেওঁৰ পত্নীৰ।"

"সেইপাতৰ পত্নী জীৱনত কোনো দিনে নহব, হোৱাই নাই, হ'লেও তেওঁৰ পত্নী মুক্ত।"

"তুমিয়ে ময়ে এনেকৈ থকাটো অমৰেন্দ্ৰই সহ্য কৰিব পাৰিবনে ?"

"ইহঁতৰ কথাই কথাই পিস্তলটো, বন্দুকটো। সেইটো অভিজাতৰ চিহ্ন। তেৰো তোমাক মোক মাৰিবলৈ পিস্তল বা বন্দুক উলিয়াব।"

"আমাৰ সুখৰ দিন তেনে শেষ হ'ল। বেৰিষ্টাৰৰ বংশ ৰক্ষা কৰাটো আৰু নহ'ল।"

"কেতিয়াও শেষ নহয় আৰু বংশটো তুমিয়েই ৰাখি দিবলৈ যত্ন কৰিবা"

"সঁচা।"

"একেবাৰে।"

"তোমাক লগ পাই লেবাননৰ ছোৱালীবোৰলৈ মনত পৰিছে।"

"কিয় ?"

"বৰ ধুনীয়া, কামনা উদ্ৰেগ কৰা, লাহি, তাতে সঙ্গমত অজস্ৰ সুখ দিবৰ ক্ষমতা, সিহঁতৰ আছে। তোমাৰ দৰেই।"

"সঁচাকৈয়ে ?"

"খুউব ?"

অলকা, শুভঙ্কৰ অহাৰ আশঙ্কা কৰি ভাস্কৰৰ ওচৰৰ পৰা সেই ৰাতি গৈছিল। ভাস্কৰে লেপখন ঠিক কৰি লৈ শুব খোজোতেই অলপ পৰৰ পিছতে খুনলুঙ আহি তেওঁক হেঁচুকি দিছিল। ভাস্কৰে সুধিছিল।

"কোন ?"

"মই খুনলুঙ ?"

"কিয় আহিলি ?"



"আমাৰ বুঢ়া দেউতা শুই পৰিল। তাতে আমাৰ কোঠাত শুভঙ্কৰ বাবু আৰু সবিতা বহিন চাহেব। আপুনি অকলশৰীয়া কাৰণে আহিলো।"

"কিয় বুঢ়া দেউতাৰ তাত ?"

"টকা বহুত দিয়ে কাৰণেহে তেওঁৰ ওচৰলৈ যাওঁ।" খুনলুঙে ভাস্কৰৰ লেপখন দাঙি তাৰ তলত সোমাই সোমাই কৈছিল, "এই বুঢ়াচৰ কুচ কামৰ নহয়।"

পিছদিনা

কোনো কাম নহ'লেও ব্যস্ততাৰ মাজতে দিনটো গৈ গধূলি হৈছিল।

সোনকালেই উঠিব লাগে বুলি সকলোৱে সোনকালেই খাই বৈ ৰাতি শুই পৰিছিল।

অমৰেন্দ্ৰৰ চিন্তা-ভাৱনাত সেই ৰাতি টোপনি ধৰা নাছিল। অলকাই চেষ্টা কৰিও ভাস্কৰৰ ওচৰলৈ আহিব পৰা নাছিল। ভাস্কৰো অলকাৰ কাৰণে বৈ বৈ বহুত পৰলৈকে টোপনি ধৰা নাছিল। শুভঙ্কৰো আহি বিছনাত পৰি ঘোঁৰঘোঁৰাই শুইছিল। এই চেগতে ভাস্কৰ বাহিৰলৈ আহি অলকাৰ কোঠাত দুটামান সৰু সৰুকৈ টোকৰ মাৰিছিল আৰু বাৰান্দাৰ ৰেলিঙত আউজি অলপ আকৌ বৈ সৰুকৈ গ'ল খেকাৰি মাৰি আজান দিছিল। এনেকৈয়ে কিছু সময় পাৰ হৈ গৈছিল। বৈ বৈ আমনি লাগি এবাৰ সবিতাহঁত শোৱা কোঠাটোৰ দুৱাৰখন হেঁচুকি দিছিল। দুৱাৰখন খোল খাই গৈছিল। তেতিয়া খুনলুঙ সিটো কোঠাৰ পৰা অহা নাছিল। ভাস্কৰে সবিতাৰ গাত অকন অকন হেঁচুকি হেঁচুকি দি মাতিছিল।

"সবিতা।"

"কোন ?"

"মই।"

"কোন মই ?"

"ভাস্কৰ !"

"ভাস্কৰদা !"

"ও !"

"এই ৰাতি কিয় আহিলে ?"

"শুভঙ্কৰ কিয় আহিছিল ?"

"অ সেই কাৰণেই হিঃ হিঃ ।"

পিছদিনা ৰাতিপুৱা প্ৰায় দহোটামান বাজিছিল, তিনি দিনৰ মূৰত অকন ৰদ ওলাইছিল । হোটেলৰ ফুলনিখনৰ মাজে মাজে সবিতাই কেচেলা কেচেলিকৈ খোজ কাঢ়ি আহি ওখ ঠাই এডোখৰত ঠিয় হৈ কাঞ্চনজঙ্ঘা গিৰিশৃঙ্গত ৰদ পৰি জিকমিক কৰি থকা উজ্জল সোণৰ দৰে বিৰাট কলসাঁটো চাইছিল । তেওঁৰ পিছে পিছে শুভঙ্কৰো গৈ তেওঁৰ ওচৰতে ৰৈছিলগৈ ।

শুভঙ্কৰে সবিতাক সুধিছিল, "কিয় কেচেলা কেচেলিকৈ খোজ কাঢ়িছা ?"

"তোমাৰ কাৰণেই ?"

"মোৰ কাৰণে নহয় ।"

"কাৰ কাৰণে ?"

"মিলিটেৰী দাদাৰ কাৰণে ?"

"ইস্ ।"

"হয় ।"

"কোনে কলে ?"

"খুনলুঙে । মিলিটেৰীহে তোমালোকক বইচ মনাব পাৰে ।"

"থেৎ ।"

দুয়ো হাঁহিছিল ।



যৌন শিহৰণৰ উচ্চতম গিৰিশৃঙ্গ কাঞ্চনজঙ্ঘাত অমৰেন্দ্ৰৰ বাহিৰে সকলো উঠিছিল । অমৰেন্দ্ৰৰ বাহিৰে সকলোৱে যৌন উৎসৱ উপভোগ কৰিছিল ।

আৰু সাতদিন থাকি তেওঁলোক ঘৰলৈ ঘূৰি আহিছিল ।

দাৰ্জ্জিলিং ভ্ৰমণে অমৰেন্দ্ৰৰ মনটো আৰু বেয়াহে কৰিছিল । অলকাৰ প্ৰতি তেওঁৰ হঠাৎ আৰু এটা দুৰ্দান্ত আসক্তিৰ ভাৱ আহিছিল, অলকাক চকুৰ আৰ হবলৈকে নিদিছিল । আন কোনো-বাই অলকাক এনেয়ে চালেও দুৰ্ঘোৰ সন্দেহ কৰিছিল । আনকি তেওঁক কলৈকো যাবলৈকো এৰি নিদিছিল । অমৰেন্দ্ৰৰ টোপনি কিছু কমি গৈছিল আৰু ৰাতি যেতিয়াই তেতিয়াই অলকাক মাতি জগাই দিছিল । অমৰেন্দ্ৰৰ নতুন মৰমৰ অত্যাচাৰত অলকা আৰু অধীৰ হৈ উঠিছিল । তাইৰো অশান্তি দিনক দিনে বাঢ়ি গৈছিল । মোহনকো ৰাতি বিয়লি লগ পাব নোৱাৰা হৈছিল । অলকাৰ তিতামূৰীয়া লাগিছিল । এদিন ৰাতি এটা বজাত অমৰেন্দ্ৰ সাৰ পাই উঠি নীলা লাইটো জ্বলাই দিছিল । অলকা লালকাল টোপনিত ওপৰলৈ মূৰ কৰি শুই আছিল । ফেনখন মৃদুভাৱে চলি আছিল । অমৰেন্দ্ৰই অলকাৰ ওচৰত ঠিয় হৈ অলকাক বহুতপৰ নিৰ্নিমেষ দৃষ্টিৰে চাই আছিল । তেওঁ অলকাৰ গাৰ কাপোৰবোৰ খুব ধীৰে ধীৰে খুব সাৱধানেৰে খুলি পেলাই অলকাক প্ৰায় উলঙ্গ কৰিছিল ।

তেওঁ অলকা গোটেই জনীকে সৰ্ব্বগ্ৰাস কৰাৰ দৃষ্টিতে চাই আছিল । তেওঁৰ চকুৰ দৃষ্টি চিকাৰী বাঘৰ দৰে তৎক্ষণাত জিলিকি উঠিছিল । এজনী শুই থকা নিপোতল হৰিণীক চিকাৰ কৰিবলৈ যেন উদ্যত হৈ পৰিছিল । অমৰেন্দ্ৰৰ মাংসপেশীবোৰ টান হৈ উঠিছিল । তেওঁৰ মনটো চিকাৰ কৰাৰ সময়ত বাঘৰ নেজডাল বাৰে বাৰে লৰাই থকাৰ দৰে চঞ্চলভাৱে লৰি উঠিছিল । বান্ধ লগোৱা কামোন্মত এটা বলধৰ দৰে তেওঁৰ মানসিক কামনাটো জিকাৰ খাই উঠিছিল ।

এটা যৌৱনৰ বসন্ত উৎসৱ তেওঁ অলকাৰ শৰীৰত দেখিছিল। অলকাক তেওঁৰ জীয়া ভেনচৰ দৰে দেখিছিল। গোল শকত বটলৰ দৰে নিকা নিপোতল কলাফুল, সেন্দুৰ গাখীৰ মিহলোৱা গোলাপী ৰঙৰ দৰে চিক্‌চিকাই থকা শৰীৰৰ ৰঙ। মূৰৰ চুলিৰ কেঁকুৰিবোৰ সুন্দৰ শুভ্ৰ তেজোদীপ্ত মুখখনত পৰি অলকাক আৰু মোহনীয় কৰি তুলিছিল। চুলিবোৰ ফেনৰ বতাহত কঁপি উঠি অলকাৰ সুপ্ত ৰূপটো জীয়া আৰু কমনীয়া কৰি তুলিছিল। ৰঙচুৱা ওঠ দুটা অকন অকন কঁপি আছিল। ক্ষীণ মিচিকিয়া হাঁহি এটা যেন সুন্দৰ মুখখনত অজানিতে বিৰিঙি উঠিছিল। কলা মেঘৰ দৰে চুলিবোৰ বাউসী, বুকুত আৰু গাৰুত পৰি আছিল। কলা ডাৱৰে চকমকাকৈ আগুৱা জোনটোৰ দৰে মুখখন আৰু উজ্বল হৈ উঠিছিল। লৱনি ডিঙিটো গাৰুত বেঁকাহৈ আৰু লৱনু হৈ পৰিছিল। লতাৰ নিচিনা বাহুৰ বুলনি আঙুলিৰ মূৰলৈকে বৈ পৰিছিল। ডেপিল গহা নিমজ কাষলতিৰ পৰা কিউটিকুৰা পাউদাৰৰ ফিৰফিৰীয়া কোমল গোন্ধটো আমোলমোলায় বিয়পি পৰিছিল। বহল নিতোল সুগোল বুকু দুটাৰ ওখ হৈ থকা নীল কালচীয়া সৰু বাটলু গুটিৰ দৰে ঠিয় আগ দুটা উশাহৰ লগে লগে ধীৰে ধীৰে কঁপি আছিল। ডম্বৰুৰ দৰে ককালটি লৱনু গোল দ'নাইটো তাৰ অলপ তলত দুই উৰু সন্ধিৰ মাজ ভাগত থকা কাচ পিঠিয়া ৰক্ত কৰবীৰ দৰে ফুল থকা কোমল মিহি জঙ্ঘন, উৰু সন্ধিৰ পৰা বৈ পৰা হাতীৰ সুৰৰ দৰে নিতম্ব উৰু আৰু ভৰি, অলকাৰ গোটেই শৰীৰ উন্মাদক, শোভাময়, সুৰত নিপুণ, কামশিক্ষিত অঙ্গ, শিৰা প্ৰকাশহীন সুন্দৰ এটা লাৱণ্যময় দেহা, মৃদু উশাহ লৈ পালেঙত শুই আছিল।

ওফন্দি অহা যৌৱনে অলকাৰ দেহ ওপচাই পেলাইছিল।

অমৰেন্দ্ৰই ভূকীয়া ঈগল চৰাইৰ দৰে অলকাক তেনে অৱস্থাতে চায়ে আছিল।



অলকাই বেকাকৈ ৰখা সো ভৰিটো এবাৰ চিধা পোনকৈ মেলি দিছিল। অকন আন্ধাৰ হৈ থকা ঠাইখিনিও পোহৰত ফটফটীয়াকৈ ওলাই পৰিছিল।

ফুল শৰ্য্যাৰ তিনিদিনৰ দিনা ৰাতি শুই থকা সুন্দৰী তৰুণী স্ত্ৰীক ডেকা স্বামীয়ে চোৱাৰ দৰে অমৰেন্দ্ৰই অবাক হৈ অলকাক চাইছিল। চাই চাই তেওঁৰ হাবিয়াসকে নপলাইছিল। অমৰেন্দ্ৰৰ গৰম লাভাৰ দৰে শিৰে শিৰে এটা সোঁত বৈ গৈছিল।

শৰীৰৰ শিৰবোৰ ফাটি যোৱা যেন অনুভৱ কৰিছিল। তেওঁ হঠাৎ অলকাৰ ওপৰত চিকাৰি বাঘৰ দৰে জপিয়াই পৰিছিল। তেওঁ অলকাৰ বুকু, উৰু, জঙ্ঘন আৰু শৰীৰৰ যতে ততে এফালৰ পৰা উশাহ নোলোৱাকৈয়ে দাঁত বহুৱাই কামুৰিছিল আৰু দাঁতত লাগি অহা নিমখীয়া তেজবোৰ চুহিছিল। অলকাই সাৰ পাই হঠাৎ আক্ৰমণত হতভম্ব হৈ এটা ডাঙৰ চিঞৰ মাৰি দিছিল। অমৰেন্দ্ৰই অকনো কাণ নকৰি অলকাক আৰু জোৰে কামুৰিছিল।

অমৰেন্দ্ৰক তাইৰ শৰীৰৰ ওপৰৰ পৰা পেলাই দিবলৈ চেষ্টা কৰিও নোৱাৰিছিল। দুয়োৰো দৰৰা দৰৰী লাগিছিল। এবাৰ হঠাৎ অলকাই অমৰেন্দ্ৰক জোৰে ঠেলি তললৈ পেলাই দিছিল। অলকাক অমৰেন্দ্ৰই ধৰি আছিল। অমৰেন্দ্ৰ তললৈ খহি পৰিছিল আৰু অলকাও তেওঁৰ ওপৰতে ওপৰাওপৰিকৈ পৰিছিল।

অমৰেন্দ্ৰই অলকাক এৰি নিদিয়াত অলকাৰ ওচৰতে থকা টিপয়-খনত থকা গ্লাচটো লৈ অমৰেন্দ্ৰৰ মূৰত কেবাটাও মাৰ সোধাই দিছিল। কাচৰ গিলাচটো ডোখৰ হৈ ভাঙিছিল। শেষত অমৰেন্দ্ৰই অলকাক এৰি দিবলৈ বাধ্য হৈছিল। অলকাই অমৰেন্দ্ৰৰ হাতত কামুৰি দিছিল। যন্ত্ৰণাতে কাতৰ ধ্বনি কৰিছিল আৰু হাতৰ তেজবোৰ মচি দিছিল। অমৰেন্দ্ৰই কাৰ্পেটখনত পৰি ভীষণ ফোঁপাইছিল। তেওঁৰ গাত কলা মৰঘাম তেপতেপীয়াকৈ ওলাইছিল। তেওঁৰ ওঠত আৰু দাঁতত অলকাৰ তপত তেজৰ দাগ ডাঠ হৈ ৰহিছিল

আৰু তেজৰ মৰচিয়া দাগবোৰ থুতুৰিত আৰু বুকুত লাগিছিল। অলকাৰ শৰীৰত কলা দাগবোৰ স্পষ্টহৈ ফুটি ওলাইছিল। অমৰেন্দ্ৰই গুলি খোৱা আহত বাঘৰ দৰে অলকাক আকৌ লোভেৰে চাই তৎক্ষণাত উঠিব খুজিও উঠিব নোৱাৰিছিল। তেওঁ পালেঙৰ পৰা পৰি যাওঁতে ককালত বৰ দুখ পাইছিল। তাতে উস্ আস্ কৰি অমৰেন্দ্ৰ কিছুপৰ পৰি আছিল। অলকাই নিজৰ কানি কাপোৰ পিন্ধি এই আচনক ঘটনাটোৰ কথা বুজিবলৈ যত্ন কৰি একো নুবুজি আৰু আচৰিত হৈছিল। তাইৰ অদ্ভুত অদ্ভুত ভাব এটা হৈছিল আৰু একেলগে দুগিলাচ চেঁচা পানী ঢোক ঢোককৈ খাইছিল।

অলপ পৰৰ পিছত অমৰেন্দ্ৰও কিছু সুস্থিৰ হৈছিল আৰু সেঁহাই সেঁহাই মাতিছিল।

"পানী পানী, অলকা অকন পানী।"

অলকাই-সাৱধানেৰে এগিলাচ পানী অমৰেন্দ্ৰক দিছিল। তেওঁ ঢোক ঢোককৈ পানী গিলাচ খাই উস্ বুলি এটা স্বস্তিৰ উশাহ লৈছিল। পানী খাই অলকাক আকৌ কৈছিল, "মোক অকন ধৰা—ককালত উস্।"

তেওঁ উঠিবলৈ যত্ন কৰিও আকৌ পৰি গৈছিল। অলকাই তেওঁক সুস্থিৰ দেখি পালেঙত উঠিবলৈ সহায় কৰি দিছিল। অলকাই ঘৃণা বিৰক্তিৰে আচৰিত হৈ অমৰেন্দ্ৰক চাই আছিল। তাইৰ ঘাঁবোৰ বিষোৱাৰ কাৰণে তাই অসহ্য যাতনা অনুভৱ কৰিছিল। এই ৰাতি তাই কি কৰিব কি নকৰিব সেই কথাকে ভাবি তাই নিৰুপায় হৈছিল।

অমৰেন্দ্ৰই কৈছিল, "কব নোৱাৰা হৈ গৈছিলো অলকা। আজি ওৰে ৰাতি টোপনি ধৰা নাছিল। এবাৰ লাইটো জ্বলাই দি তোমাক এনেয়ে এবাৰ চাইছিলো। এটা বিজুলী তৰঙ্গৰ দৰে কামনাৰ তৰঙ্গই অদ্ভুত আলোড়ন শক্তিয়ে মোৰ অস্তিত্বকে বিলোপ কৰি দিছিল। মই ভীষণ অসংযত হৈ পৰিছিলো। মই কব নোৱাৰা অৱস্থাত যি কৰিলো তাৰ কাৰণে মোক বেয়া নাপাবা অলকা।"



অমৰেন্দ্ৰৰ এতিয়াৰ সংযত অৱস্থা আকৌ হঠাৎ অসংযত হব পাৰে বুলি তাৰ হাত সাৰিবৰ উপায় অলকাই মনে মনে চিন্তা কৰিছিল।

"এই উত্তেজনাৰ ইমান শক্তি, ইমান তেজ, ইমান উন্মাদনা। এটা কামনাৰ নিষ্ক্ৰিয় বিচুবিয়াচ যে মোৰ অন্তৰত লুকাই আছে ইয়াৰ অস্তিত্বৰ কথা মই আজিহে সজীৱভাৱে উপলব্ধি কৰিছো।" অমৰেন্দ্ৰই অনুশোচনাৰ সুৰেৰে কৈছিল।

ওচৰতে থকা খুনলুঙৰ কোঠাত সোমাই অলকাই খুনলুঙক জগাই দি সকলো ঘটনা বিবৰি কৈছিল। খুনলুঙে নিজৰ কোঠাতে নকৈ বিছনা কাৰি অলকাক শুবলৈ দিছিল। সিহঁত দুয়ো দৰজাৰ হুক মাৰি শুইছিল। অলকাই খুনলুঙক কৈছিল, "খুব বিষাইছে খুনলুঙ।"

"ক'ত মেমচাব?"

"তলত।"

"খুব কামুৰিলে নেকি?"

বেয়াকৈ দাঁত বহি গৈছে।"

"এই ৰাতি কি কৰা যায়? আয়োদিন অলপ ময়ে লগাই দিওঁ। ৰাতি পুৱাই ডাক্তৰক মাতিব লাগিব। তাতে দাঁতৰ বিষ বৰ বেয়া?"

লাইটো জ্বলাই খুনলুঙে অলকাৰ ঘাঁবোৰত আয়োদিন লগাই লগাই দিছিল। বিষৰ জ্বালাত অলকাৰ দুচকুৰে চকুপানী ওলাইছিল।

পিছদিনা ৰাতিপুৱা অমৰেন্দ্ৰৰ কপালত কলা দাগবোৰ দেখি ডাক্তৰে সুধিছিল, "কিহৰ দাগ অমৰেন্দ্ৰ বাবু?"

"বাথৰুমত পিছলি পৰি কিছু দুখ পাইছিলো। ডাক্তৰে দাগবোৰ চাই বিশেষ একো হোৱা নাই বুলি অলকাক চাবলৈ ভিত-

বলৈ সোমাই গৈছিল। ডাক্তৰে অলকাক এটা ইন্‌জেকচন দিছিল। ডাক্তৰ আঁচৰিত হৈছিল আৰু কাৰণবোৰ জানি অলকাক কৈছিল, "এনে কামুক স্বামী স্ত্ৰীসকলৰ কাৰণে মাৰাত্মক।"

ডাক্তৰে ভিজিতখিনি পকেটত সুমুৱাই অমৰেন্দ্ৰক ড্ৰইং ৰুমত কৈছিল, "ভৱিষ্যত পিতৃক মই এতিয়াই সম্বৰ্দ্ধনা জনাইছো।"

"মানে?" অমৰেন্দ্ৰই একো নুবুজি সুধিছিল।

"অন্তঃসত্বা।"

"মানে?" অমৰেন্দ্ৰৰ মুখখন কিছু মেলখাই গৈছিল।

"মানে?" অমৰেন্দ্ৰৰ মুখখন আৰু মেল খাইছিল।"

"মানে— মানে— মানে প্ৰেগনেণ্ট— মিঃ বৰুৱা।"

"এ।" অমৰেন্দ্ৰৰ মুখখন সম্পূৰ্ণ ওটোৰ দৰে এফেবাৰে মেলখাই গৈছিল।

"বেছি অত্যাচাৰ কৰিলে গৰ্ভপাতৰ আশঙ্কা।"

ডাক্তৰে অমৰেন্দ্ৰক সাৱধান কৰি সেইদিনা গধূলি আকৌ আহিম বুলি কৈছিল।

ডাক্তৰ যোৱাৰ পিছত অমৰেন্দ্ৰই কথাটো গমিপিতিকি চাই চকুৰে সৰিয়হৰ ফুল দেখিছিল। তেওঁ বৈ বৈ নিৰ্ম্মল আকাশত একেলগে এটা ধূমকেতু আৰু ধ্ৰুৱতৰা দেখিছিল।

আগ ৰাতিৰ উন্মাদ উত্তেজনাৰ পিছত অমৰেন্দ্ৰ স্বাভাৱিকতে ভীষণ বিষাদত হতাশ হৈ পৰিব লাগিছিল, তাৰ পৰিবৰ্ত্তে তেওঁ এটা পিছলি পৰা সন্দেহৰ পৰ্ব্বতৰ টিঙত খোপে খোপে উঠি গৈছিল। তেওঁৰ কাণ-মূৰ গৰম হৈ উঠিছিল। নিজৰ ভিতৰতে তৰ্ক যুদ্ধ আৰম্ভ কৰি দিছিল।

ডাক্তৰৰ শব্দকেইটাৰ অৰ্থ সহজ হ'লেও তেওঁৰ কাৰণে ভীষণ জটিল সমস্যাৰ দৰেহে হৈছিল। শব্দ কেইটা বহুতপৰ নিজৰ মনতে আগুলি-পাগুলি আছিল। অভিধানিক অৰ্থতকৈ অন্য অৰ্থ এটাহে তেওঁ পাইছিল

তেওঁ ভাবিছিল।

"অন্তঃসত্বাৰ অৰ্থ কি? সন্তান সম্ভৱাৰ তোৰেই বা অৰ্থ কি? প্ৰেগনেণ্ট ইয়াৰেই বা অৰ্থ কি?"

দুটা শক্তিৰ সংযোজনাতে সৃষ্টি হয় বুলি তেওঁ সদায় জীৱনত জানি আহিছিল। এই সদায় জানি অহাৰ কথাটো অকস্মাৎ হঠাৎ আজি ওলট পালট যেন লাগিছিল। নেতিবাচক শক্তিৰ পৰাই সৃষ্টি কেনেকৈ সম্ভৱপৰ বুলি ভাবি তেওঁ নিজে নিজেই বহুত প্ৰশ্ন অৱতৰণা কৰিছিল।

এই অসম্ভৱ সম্ভৱ অৰ্থটো মিছাকৈ আগুলি-পাগুলি থকাতকৈ অলকাক কথাটো সুধি নিজৰ মনটো পৰিষ্কাৰ কৰিবলৈ তেওঁ ঠিক কৰিছিল। তেওঁ বাহিৰৰ পৰা খৰতকীয়াকৈ সোমাই আহি বাৰান্দাত গহীন হৈ বহি থকা অলকাক মাতি তলৰ মহলাৰ পৰা দুয়ো ওপৰ মহলালৈ উঠি নিজৰ কোঠাত সোমাই পোনতে কিছুপৰ গহীন হৈ বৈ আছিল।

এটা ধুমুহা অহাৰ আগতে বতৰ সেমেকাৰ দৰে হৈছিল। অমৰেন্দ্ৰই এবাৰ অলকাক মাতি মাথোন বৈ গৈছিল।

"অলকা?"

"কি কৈছে?"

আকৌ দুয়ো গহীন হৈ বৈ আছিল। অমৰেন্দ্ৰই ভাবিছিল— সুধিম সুধিমকৈ বৈ থকা প্ৰশ্নটো কি আছিল?

অমৰেন্দ্ৰই প্ৰশ্নটো বিচাৰি অ'ত ত'ত ঘূৰমুকুটিয়াই ফুৰিছিল। তেওঁ বহুতপৰ নীৰৱে থকাত অলকাই তেওঁক প্ৰথমে প্ৰশ্ন কৰিছিল।

"কি কম বুলিছিলা?"

"হু, ডাক্তৰে।"

"ডাক্তৰ.... ।"

"ডাক্তৰ.... ।"

"ডাক্তৰে ক'লে, ক'লে যে তুমি··· ।"

"ৰলা কিয় ?"

"মানে—তুমি ।"

"মই মানে ।"

"তুমি মানে ।"

"এটা কথা কবলৈ ইমানপৰ লাগেনে ?"

"প্রে গ নে ন ণ্ট ।"

শব্দটো অমৰেন্দ্ৰৰ মুখৰ পৰা যেন প্ৰত্যেক আখৰটোৰ ওপৰত জোৰ দি ওলাই আহিছিল ।

"তোমাৰ কাৰণে ই তোমাৰ জীৱনতে আটাইতকৈ ডাঙৰ খবৰ ।"

"মানে··· ।"

"মানে ধৰা তুমি সন্তানৰ পিতৃ হিচাবে তোমাৰ জীৱন ধন্য ।"

"সেইটো কেনে কথা ?"

"তোমাৰ বংশ তোমাতেই ইতি পৰিলেহেঁতেন সেই কাৰণেই এই খবৰটো তোমাৰ কাৰণে অতি মূল্যবান খবৰ । তোমাৰ পাপা-নানাকো অতি সোনকালেই এই খবৰটো জনাই দিয়া । তেওঁলোক এই খবৰত নিশ্চয় সুখী হব ।"

"মই একো বুজা নাই অলকা ।"

"সকলোৰে বুজে, তুমি মই স্বামী-স্ত্ৰী ।"

"ও ।"

এই সাধাৰণ কথাটো তুমি নুবুজাতোহে বৰ আচৰিত ?"

"অলকা ।"

"দাবি দিছা কিয় ?"

"দাবি দিয়া নাই, মই আচৰিত হৈছো মোৰ সন্তান ?"



"ম'য়ো আচৰিত হৈছো—তুমি কি সাহসত বিয়া কৰাইছিলা ?"

"পত্নীৰ পতি পৰম গুৰু বুলি ভবা উচিত ।"

"স্বামীয়েও পত্নীক আৰাধ্য দেৱী বুলি ভবা উচিত ।"

"তোমাৰ যদি মাতৃ হবলৈ ইমান ইচ্ছাই আছিল তুমি বৈজ্ঞানিক প্ৰথামতেই জননী হব পাৰিলাহেঁতেন ।"

"এতিয়া ?"

"এটা পৰপুৰুষৰ ঔৰষত সন্তান লাভ মোৰ কাৰণে ভীষণ যন্ত্ৰণাৰ আৰু লগতে আমাৰ বংশৰো মৰ্য্যাদা নাশ ।"

"তেনে মোৰ জীৱনত লাভ-অলাভৰ কোনো মতামতৰেই মূল্য নাই । বৈজ্ঞানিক প্ৰজনন মতেও পৰৰ শক্তিৰেহে সন্তান লাভ হয় ।"

"হ'লেও প্ৰণয়ীৰ প্ৰতিচ্ছবি প্ৰণয়ীনিৰ মনত কেতিয়াও আহিব নোৱাৰে ।"

"মোক তেনে চ'কেচত সুমাই থবলৈকে আনিছিলা । মই এটা প্ৰাণহীন পুতলা । এতিয়াহে বুজিছো – জ্ঞানী হ'লেও বাস্তৱ জীৱনত বহুত মানুহে মূৰ্খৰ দৰে ব্যৱহাৰ কৰে ।"

"অলকা ?"

"কি ?"

"কিয় ডাক্তৰহে মোক প্ৰথমে খবৰটো দিব লগা হ'ল ?"

"আগতে জনাই তোমাৰ অশান্তি বঢ়াবৰ কোনো প্ৰয়োজনেই নাছিল । যথা সময়ত জানিলে তোমাৰ কোনো ক্ষতি নহ'লহেঁতেন ।"

"ক্ষতি ?"

"ও ।"

"আৰু এটা প্ৰশ্নৰ নিশ্চয়ে সত্য উত্তৰ দিবা বুলি আশা কৰিলো ।"

"উত্তৰটো নিদিলেও সত্য সদায় প্ৰকাশ হয় ।"

"ইয়াৰ পিতৃ কোন ?"

"তুমি ।"

"ঠাট্টা কৰিছা কিয় ?"

"ইয়াৰ পিতৃ কোন ? তাৰ উত্তৰটো তুমিয়েই দিবা ।"

"তুমি যিমান ধুনীয়া সিমান নিষ্ঠুৰ ।"

"আৰু তুমিও সিমান নিৰ্দ্দয় ?"

"অলকা তুমি নিতৌ দেখিছা—মই কি অন্তৰ্দাহত ভুগিছো ?"

"আৰু সেই ভোগৰ ভাগ লবলৈ মোকো নিমন্ত্ৰণ কৰি লৈ আহিছিলা ।"

"ইয়াৰ পিতৃ কোন অলকা ?"

"তোমাৰ সন্তানৰ যি উপাধি হব, সেয়ে তাৰ পিতৃ ।"

"মানে ?"

"পৃথিৱীয়ে যাক তাৰ পিতৃ বুলি কব সেয়েহে … ।"

"মূৰ্খ তিৰোতাইহে নিৰ্ভয়ে নিঃসঙ্কোচে কথা কয় ?"

"ও । তুমিয়েহে পিতৃৰ পৰিচয় দিব লাগিব । সমাজত পিতৃয়েহে সন্তানৰ প্ৰতিষ্ঠা কৰে, তাৰ মাতৃয়ে নহয় ।"

"তাৰ পিতৃৰ সত্য পৰিচয় দিলে মোৰ পৰা তোমাৰ কোনো হানিয়েই নহয় ।"

"সঁচা ।"

"কোন সি ?"

"ধৰা, যদি কওঁ তোমাৰ এটা চাকৰ ।"

"কোন সি ।"

"যদি কওঁ, মোহন ।"

বজ্ৰঘাট মাৰি প্ৰতিক্ৰিয়াৰ কাৰণে অমৰেন্দ্ৰৰ মুখলৈ অলকাই চাই আছিল । মানুহটোক তিতা-কেহাঁ বিতৃষ্ণা লগাই দিব পাৰিলে এই জঘন্য যখিনীজনী ইয়াৰ পৰা গুছি যক বুলি কবলৈকে যেন কৈছিল ।

"পাপ ? ইমান পাপীয়সী তুমি ? কিয় এনে কৰিলা অলকা ? নহয় নহয়, মিছা কথা ।"



"তুমিও বাৰু যোৱা ৰাতি কিয় মোক মাৰি পেলাবলৈ উদ্যত হৈছিলা ।"

"উন্মাদ কৰা মোৰ সুপ্ত কামনাৰ বিচুবিয়াচটো গৰজি-গুমৰি উঠি মোক কাণ্ডজ্ঞানহীন কৰি পেলাইছিল ।"

"সেইদৰে মোৰো এটা জাগ্ৰত উন্মাদ কামনাৰ আগ্নেয়গিৰি আছে । তাৰ উত্তাপতে তোমাৰ সন্তানৰ উৎপত্তি ।"

"সহজভাৱে কৈছা যেতিয়া তাৰ পিতৃৰ নামটো সহজভাৱে কৈ পেলালে মোৰ আৰু কোনো ক্ষোভেই নাথাকে অলকা ।"

"আগতে কৈছোৱেই ।"

এজনেহে পিতৃ হয় ।"

"মোহন বুলি কৈছোৱেই ।"

"এটা সাধাৰণ চাকৰৰ লগত অভিজাত পৰিয়ালৰ গৃহিণী এগৰাকীয়ে কেতিয়াও এনে কৰিব নোৱাৰে, এনে অশোভনীয় কাম অসম্ভৱ ।"

"তেনে পাপাৰে-খুনলুণ্ড আয়াৰ লগৰ কথাও তুমি অশোভনীয়, অবিশ্বাস্য বুলি ধৰি লৈছা ?"

অমৰেন্দ্ৰৰ বহুত পৰ তলকা মাৰি নীৰৱ হৈ ৰৈ আছিল । আৰু শেষত মৰ্ম্মৰ ভাঙি যোৱা আৰ্ত্তনাদত অৱৰোধ কণ্ঠেৰে চিঞৰি উঠিছিল ।

"অলকা এনে সন্তানৰ পিতৃ হোৱাতকৈ নিঃসন্তান হৈয়ে থকাই ভাল, নহয় নহয় অলকা, ইয়াৰ পিতৃ কেতিয়াও মোহন হব নোৱাৰে ।"

"যদি কওঁ ভাস্কৰ ।"

"ওহো নহয় ।"

"যদি কওঁ প্ৰশান্ত ।"

"কেতিয়াও নহয় ।"

"আৰু যদি কওঁ সিবাৰ তুমি চিলঙলৈ যাওঁতে তোমাক নোকোৱাকৈয়ে বৈজ্ঞানিক প্ৰথামতে মই তেনে কৰিছিলো ।"

"সম্ভৱ হব পাৰে তথাপি পৰপুৰুষৰ ঔৰষত মোৰ সন্তান ?? নাই নাই, একোতে বিশ্বাস নাই। সেই সন্তানৰ স্থিতি মোৰ কাৰণে অসহ্য অলকা।"

কিছু সংযত হৈ অমৰেন্দ্ৰই কৈছিল, "তুমি ইচ্ছা কৰিলে মোহনক লগত লৈ খুব গুপুতে নিঃসঙ্কোচেৰে এই ঘৰ এৰি গুছি যাব পাৰা। দুয়োৰো সংস্থানৰ কাৰণে মই যথেষ্ট টকা দিও সহায় কৰিম, কিন্তু কথাটো কোনেও জানিব নালাগিব। খুব গোপনে। এটা চাকৰৰ সন্তান বৰুৱাৰ অভিজাত বংশৰ কেতিয়াও উত্তৰাধিকাৰী হব নোৱাৰে। মাত্ৰ তোমাক দুদিন সময় দিছো।"

অলকাৰ আত্মমৰ্য্যাদাত আঘাট লাগিছিল। ইমান সহজে এটা মানুহৰ পৰা মুক্ত হবলৈ পাই কিছু স্বস্তি অনুভৱ কৰিব পাৰিছিল।

এটা মৰাশই হঠাৎ মৰিশালীৰ পৰা সাৰ পাই উঠি তাইৰ দেহা ক্ষত-বিক্ষত কৰিব আৰু তাৰ কাৰণেই তাই মৰাশটোৰ আগত নিতৌ পুতলাহৈ সাজি-কাছি বহি থাকিব ? এটা কৃপণে ব্যৱহাৰ নকৰা টকাবোৰ লিৰিকি-বিদাৰি চাই চাই আনন্দ কৰাৰ দৰে অমৰেন্দ্ৰইও তাইক চকুৰ আগত চাই চাই বিভোৰ হৈ থাকিব ?

এতিয়া মুক্তি।

এই মুক্তিৰ পিছত তাই এতিয়া জীৱনৰ কোনটো পথেৰে আগবাঢ়ি যাব ?

ৰাতি নিশ্চিন্তমনে অমৰেন্দ্ৰই শুই থাকিবলৈ যিমানে যত্ন কৰিছিল সিমানে আৰু অস্থিৰ হৈ উঠিছিল। অবিৰলভাৱে চিন্তা কিছুমানে তেওঁক বিব্ৰত কৰি তুলিছিল।

"নিষ্কৃতি ???"

ইয়াৰ পৰা আতৰ হ', ইমান ডাঙৰ কথাটো ইমান সহজ সৰল ভাৱে কৈ তেওঁ শান্তি পাব বুলি কেতিয়াও ভবা নাছিল।



নহয়।

এনে ব্যভিচাৰিণী স্ত্ৰীৰ লগত কেতিয়াও একেলগে থাকিব নাপায়। হয়তো কেতিয়াবা বিষ দিও হত্যা কৰিব পাৰে। গুছি যাওক।

গুছি গলেই সকলোফালে শান্তি। চৰিত্ৰহীনা এজনীৰ লগত এইদৰে নিতৌ খৰিয়াল কৰি থকাতো অসম্ভৱ। অসম্ভৱেই নহয়, মাৰাত্মকো। কোন মুহূৰ্ত্তত দংশন কৰে, কোনে জানে ?

সন্তানৰ কাৰণে ইমান ইচ্ছা কৰিছিল যদি, অন্তত এবাৰ মোক সোধাপোছা কৰিব লাগিছিল। হয়তো ময়ে কিবা এটা নিশ্চিত ব্যৱস্থা কৰিলোহেঁতেন ! এনে কথাত স্ত্ৰীৰ কৰ্ত্তব্য স্বামীৰ সহযোগ আৰু পৰামৰ্শ লোৱা। ইমান অহঙ্কাৰ ? মোৰ স্ত্ৰী অজ্ঞাতে এটা চাকৰৰ লগত জঘন্য কামত লিপ্ত থাকিব আৰু মই এটা কোঙা লেঙেৰাৰ দৰে সেই দৃশ্য চাই থাকিম ? সি কেতিয়াও হব নোৱাৰে। কোনো স্বামীয়ে নিজৰ স্ত্ৰীক আনে উপভোগ কৰা সহ্য কৰিব নোৱাৰে। ময়ো কেতিয়াও নোৱাৰো। এনেদৰে হাঁহি-মাতি মোক চলনা কৰাতকৈ মোৰ অজ্ঞাতে কৰবাত থাকি যিমান বীভৎসভাৱে জীৱন কটাব পাৰে কটাওঁগৈ ? ইয়াত নহয়।

এটা প্ৰাচীন অভিজাত বংশত এনে বীভৎস কাণ্ড মই জানি শুনি কেতিয়াও হবলৈ নিদিওঁ। দিয়াতো উচিতো নহয়। ইমান অধপতিত বুলি কোনো দিনে কল্পনাও কৰা নাছিলো। কামনাত উন্মত্ত হৈ যদি মনে মনে মোক নোকোৱাকৈ, নজনোৱাকৈ এইবোৰ কৰি থাকিলেহেঁতেন, তেতিয়াও হয়তো মই শান্তিৰেই থাকিব পাৰিলোহেঁতেন ?

মোক মদগৰ্ব্বেৰে জনাই দিছে। এটা চাকৰৰ লগত মোৰ সঙ্গম হৈছে, তাৰ পুত্ৰই তোমাৰ উত্তৰাধিকাৰী, ইমান সাহস, ইমান দম্ভ ???

এটা চাকৰৰ। পৃথিৱীৰ অভিজাত ডেকাবোৰ মৰি গ'ল নেকি? আৰু মোৰ বন্ধু বোৰ??

এইবোৰ কৰাৰ আগতে মোক যদি মাথো এবাৰ জনালেহেঁতেন, মই অলকাৰ লগত নবকৰ গহবৰলৈকে গলোহেঁতেন?

আজি মই কিমান দুৰ্দ্দশাগ্ৰস্ত? হে প্ৰভু, কিয় মোক পঙ্গু কৰিলা? কিয় মোক শক্তিহীন কৰি পৃথিবীৰ অমৃত ভাণ্ডাৰৰ সোৱাদ লোৱাৰে পৰা বঞ্চিত কৰিলা?

বিলাতৰ মিচ ভেলেৰিন কিমান ধুনীয়া ছোৱালী আছিল!

ভাস্কৰে তাইৰ লগত সুখভোগ কৰি জীৱন ধন্য কৰিছিল? মই নীৰৱে সকলো চাই সহ্য কৰি আছিলো? আৰু আজি মোৰ নিজৰ স্ত্ৰীয়ে এই ব্যাভিচাৰ কৰিছে আৰু নীৰৱে চাই সকলো সহ্য কৰি থাকিব লগা হৈছে?

ওহো, নীৰৱে এনেকৈ আৰু কিমান দিন সহ্য কৰিম, তাৰ সলনি নিজকে মাৰি পেলোৱাই ভাল। এই অসহ্য যন্ত্ৰণা জীৱনৰ কাৰণে একেবাৰেই শেষ হৈ যাব। পৌৰষত্বহীন এটা পুৰুষৰ জীয়াই থকাৰেই বা অৰ্থ কি?

যৌৱন উৎসৱত মতলীয়া এই পৃথিবীত মই লেঙেৰাই লেঙেৰাই খোজ কাঢ়ি আনৰ উৎসৱ উপভোগ কৰাৰ দৃশ্যবোৰ চাই ঈৰ্ষাৰ জুইত নিতৌ দগ্ধ হোৱাতকৈ মই মৰাই ভাল। বহুগুণে ভাল।

মই মৰিম।

ওহো।

কি ওহো?

মই মৰাৰ লগে লগে অলকা আৰু মুক্ত হব আৰু কোনোবা পৰপুৰুষ এটাক আৰু জোৰেৰে সাৱতি ধৰিব! মোৰ শক্তিহীনতাৰ কথাকৈ তাৰ আগত ঠাট্টা-মস্কৰা কৰি আকৌ হাঁহিব।

আৰু অসহ্য। এনে কেতিয়াও হবলৈ নিদিও। মই মৰাৰ আগতে অলকাক নিঃশেষ কৰি লম। ও, মই মৰাৰ আগতে



অলকাও মৰিব। কিমান গভীৰ শান্তি। সেইটোৱে হয়তো ঠিক সহজ পন্থা।

ওহো নহয়, ই সহজ পন্থা নহয়!

সহজ পন্থা বাৰু কি?

চিৰবিচ্ছেদ হোৱা। এই ঘটনাটো জীৱনৰ কাৰণে একেবাৰে পাহৰি যোৱা। ভেলৰিনক পাহৰাৰ দৰে পাহৰি যোৱা।

ঠিক।

ডাইৰ্ভোস।

সেয়ে উত্তম উপায়।

এজনী চৰিত্ৰহীনাক মাৰি নিজে মৰাতকৈ এই বিচ্ছেদৰ পিছত তাই যতে নমৰিল লাগে, পুৰুষৰ কাৰণে ছোৱালীৰ অভাৱ নাই। আন এজনী ধুনীয়া ছোৱালীৰ প্ৰয়োজন, ধুনীয়া আৰু চৰিত্ৰৱতী।

চাই থাকোতেই কামনাৰ পৰিতৃপ্তি অলকাক ডাইৰ্ভোস কৰি মুক্ত হৈ লব লাগিব। কিন্তু ডাইৰ্ভোস সহজ হব জানো! প্ৰথমে কেচ ফাইল কৰি নিজৰ নিজৰ মত সংশোধনৰ কাৰণে দুয়ো পাৰ্টি এবছৰ নীৰলে বৈ থাকিব লাগিব। মোৰ পক্ষে অসম্ভৱ।

দ্বিতীয়তে অলকাৰ চৰিত্ৰহীনতাৰ প্ৰমাণ দিব লাগিব। সেই প্ৰমাণেই বা ক'ত? কোন সাক্ষীনো ওলাব বা অলকাই মোক বিশ্বাসঘাটকতা কৰাৰ চিঠি-পত্ৰই বা ক'ত?

ডাইৰ্ভোস কৰাৰ কাৰণবোৰ এবাৰ চাব লগিব। ডাইৰ্ভোস কৰিবলৈ যোৱাটোত বিপদ আছে। নিজে মুক্ত হবলৈ গৈ হয়তো মানুহৰ আগত নিলাজভাৱে মোৰ আত্মপ্ৰকাশ হৈ পৰিব। হয়তো অলকাই মোক পৌৰষত্বহীন বুলি আদালতত মুক্তভাৱে কব আৰু তেতিয়া মোৰ দুয়োকুল হেৰাব। যেনে মুখৰা ব্যাভিচাৰিণী, তাইৰ কাৰণে সকলো সম্ভৱ।

তেনে।

স্ত্ৰীক পৰিত্যাগ কৰাও সহজ নহয়, আৰু যদি তাকে নকৰো আজীৱন মই অলকাক যতে নাথাকক লাগে পুহিব লাগিব। তাই আনন্দ উপভোগ কৰিব আৰু মই টকা দি থাকিব লাগিব।

তেনে উপায়।

গুপুতে ইয়াৰ পৰা গুচি যাওক, তাৰ পিছত ঢেৰ উপায় ওলাব।"

অমৰেন্দ্ৰৰ আৰু অলকাৰ পিছদিনা দেখা দেখিয়ে হোৱা নাছিল। অমৰেন্দ্ৰই সেইদিনা অলপ সোনকালেই কাছাৰীলৈ গৈছিল। অলকাইও সুবিধা বুজি বাৰ বজাৰ প্লেনত সেই দিনাই গুৱাহাটীৰ পৰা যোৰহাটলৈ গুচি আহিছিল।

আবেলি চাৰিটা বজাত অমৰেন্দ্ৰ কাছাৰীপৰা ঘৰলৈ আহিছিল। ঘৰ সোমাৱাৰ লগে লগে নিজান পৰিবেশৰ ভাব এটাই যেন তেওঁক আক্ৰমণ কৰিছিল। কৰবাত এটা গমগম শব্দ হোৱা তেওঁ অনুভৱ কৰিছিল। শেষত সেই গমগম শব্দটো তেওঁৰ অন্তৰতে হোৱা বুলি জানি ঘৰৰ চাৰিওফালে কাকো একো নুসুধি নিজেই পোনতে নীৰৱে আলেঙে আলেঙে আৰু কথাটো গম লবলৈ যত্ন কৰিছিল। ঘৰটো ইমান শূন্য কিয় লাগিছিল বুলি এটা প্ৰশ্ন তেওঁৰ সহজেই উঠিছিল। শেষত খুনলুঙৰ পৰা গহীন চমু উত্তৰ এটা পাই এটা অস্বাভাৱিক সন্তোষ তেওঁ অনুভৱ কৰিছিল। তেওঁ কিছুপৰ নিৰলে বহি একো যেন হোৱা নাই এনে সহজভাৱে কিবা এটা কামত ব্যস্ত হবলৈ ঠিক কৰিবলৈ খবৰ কাগজ এখনকে ওপৰে ওপৰে চাইছিল। হঠাৎ মোহনৰ কথা মনত পৰাত তেওঁ তেতিয়াই মোহনক মতাই অনাই এটা মিলিটেৰী হুকুম দিছিল।

"মোহন।"

"দেউতা হাকিম !!"

"তই এতিয়াই এই ঘৰৰ পৰা গুচি যাব লাগিব।"



"দেউতা !"

অমৰেন্দ্ৰই তেওঁৰ লোহাৰ আলমাৰিৰ দেৰাজটো খুলি কিছু টকা উলিয়াই মোহনক দি কৈছিল, "তই এই ঘৰৰ কথা কতো একো প্ৰকাশ নকৰিবি বুলি মই আশা কৰিছো।"

"দেউতা।"

"তই আশা কৰাতকৈ ইয়াত বেছি টকা আছে। এই ঘৰলৈ আৰু কেতিয়াও কোনো দিন নাহিবি।" মোহনে টকাখিনি লৈ এটা দীঘল হুমুনিয়াহ কাঢ়িছিল। সি অলকাৰ লগত অমৰেন্দ্ৰৰ হোৱা ঘটনাবোৰ সকলো জানিছিল। তাৰ কাৰণেই এই ঘৰৰ গৃহিণী ওলাই যাব লগা হৈছিল। এই কথাটো তাৰ অন্তৰত বৰ গভীৰ দুখৰ কাৰণ হৈছিল আৰু সি এই ঘৰৰ পৰা ওলাই যোৱাটো তাৰ কাৰণে সুখৰ বুলি ভাবি কোনো কথাৰে প্ৰশ্ন নকৰি সি নিৰৱে অমৰেন্দ্ৰৰ ঘৰৰ পৰা ওলাই গৈছিল।

খুনলুঙক মাতি অমৰেন্দ্ৰই সুধিছিল।

"খুনলুং"

"চাৰ।"

"গুচি গল।"

"ও।"

"কেতিয়া ?"

"বাৰ বজাত !"

"কেনেকৈ ?"

"কি জানি পেলেনত !"

"কিবা কৈছিল নেকি ?"

"নাই।"

"কিয় গ'ল আৰু কলৈ ?"

আপুনিহে জানে। যোৰহাটলৈ।"

"তই মনটো মাৰি আছ কিয় ?"

"ইমান সুন্দৰ মেমচাবক আপুনি খেদাই দিছে।"

"অদ্ভুত !, তই খুব ভাল পাইছিলি ?"

"ও।"

"কিয় ?"

"আকৌ কিয় ? আপুনিহে মেমচাবক পৰহি ৰাতি মাৰি পেলাব খুজিছিল, আকৌ এতিয়া খেদাই দিছে।"

"তোক চাগৈ সকলো কৈছে।"

"তেওঁৰ পাঁচ মাহ। আপুনি আপোনাৰ সন্তানৰ মাকক মাৰিলে চাহাব।"

"মোৰ সন্তান।"

"ও। এনেকুৱাত মাৰধৰ কৰিব নাপায় চাব।"

"তই বেছি ওকালতি কৰিছ।"

"কিমান ধুনীয়া বাচ্চা হ'লহেঁতেন ? এই নিজান ঘৰটো ৰং ভৰাই দিলেহেঁতেন ?"

"এটা কথাৰ ঠাইত তহঁতে বহুত বেক বেক কৰ ?"

"চাহাব ঠিক হ'লে মেমচাবো ঠিক হয় ?"

"যা বুলিছো নহয়।"

"মহিনা চুকায় দিলে, ময়ো গুছি যাম।"

"তোক মই ইয়াৰ পৰা একেবাৰে গুছি যাবলৈ কোৱা নাই।"

"তেনে ?"

"তেনে। মোক চাহ দিবলৈ ক'।"

"যোৱা।"

ইয়াৰ দুদিনৰ আগতে ভাস্কৰ নাগালেণ্ডলৈ বদলি হৈ গৈছিল। মোহনেও ভালেমান টকা লৈ গুৱাহাটীৰ পৰা নলবাৰীৰ গুৱাকুচি গাঁৱলৈ গুচি গৈছিল।



গুৱাহাটী নগৰত ঘূনুক ঘানাকৈ কথাবোৰ অন্য ধৰণেৰে প্ৰকাশ হৈছিল আৰু যোৰহাট নগৰতো তেনেকৈয়ে ৰহস্যৰে অলকা, অমৰেন্দ্ৰৰ, ভাস্কৰ, মোহনৰ কথা প্ৰচাৰ হৈছিল।

বহুতে বেৰিষ্টাৰৰ মেমচাব মিলিটেৰীৰ লগত পলাই যোৱা বুলি কৈছিল। খেতোৱে কোনোবা প্ৰফেচাৰৰ লগত আৰু খেতোৱে নোডোকা দমৰাৰ দৰে তেওঁৰ ঘৰুৱা চাকৰটোৰ লগত।

যৌনলিপ্সু খবৰবোৰ গুপুতে গুপুতে, ৰহস্যৰে সকলোৱে আলোচনা কৰিছিল। অপবাদৰ পাচ বছৰেকীয়া পৰিকল্পনাৰ সৌধ এটাহে যেন সাজিবলৈ মৌগুটিৰ দৰে ভন ভন শব্দ কৰি সকলো ব্যস্ত হৈ পৰিছিল।

অলকাৰ জীৱন-সৌধটো ভাঙিবলৈ যেন এটা বজ্ৰ কঁপনি হৈছিল। জীৱন সৌধত ছিড়াল ফাটবোৰ স্পষ্টকৈ দেখা দিছিল।

মাক-বাপেকে চিন্তিত হৈ তাইক বহুত প্ৰশ্ন সুধিছিল। তাই কোনো কথা ভেদ ভাঙি নকৈ মাথো দুদিনমানৰ কাৰণে মাক-বাপেকক দেখা কৰিবলৈ আহিছে বুলি কৈছিল। মাকে তাইক পঞ্চামৃত খুৱাবলৈ পাই শেষত আনন্দ কৰিছিল আৰু অলকাৰ শহুৰ-শাহুৱেকেকো অলকাৰ কথা তেওঁলোকে জনাইছিল। অলকা অন্তঃসত্বাৰ কাৰণে সকলো সুখী হৈছিল।

দুদিনমান যোৱাৰ পিছত অলকা চিন্তিত হৈ পৰিছিল। বদ মেজাজত হঠাৎ এটা কাম কৰি পেলোৱাত তাইৰ অনুশোচনা হৈছিল। তাই ভাবিছিল, তাইৰ আগন্তুক সন্তানটোৰ কথা, তাইৰ ভৱিষ্যতৰ কথা।

এডোখৰ কলা ডাৱৰৰ মাজত তাই সোমাই পৰিছিল। তাইৰ চৰিত্ৰহীনতাৰ কথা জানিলে তাইক কোনেও ক্ষমা নকৰে বুলি জানিছিল। অমৰেন্দ্ৰক মুক্তভাৱে যি ইচ্ছা তাকে কব পাৰিছিল যদিও আনক সেইদৰে কবলৈ গলেই তাইৰ দুৰ্ঘোৰ অনিষ্ট হোৱাৰ আশঙ্কা বেছি হব বুলিহে ভাবিছিল। তাই আকৌ গুৱাহাটীলৈ

ঘূৰি আহি অমৰেন্দ্ৰক ক্ষমা খুজি আশ্ৰয় লব বুলি কেবাবাৰো ভাবিছিল । অন্ততঃ তাইৰ সন্তানটোৰ কাৰণে অকন সংস্থান আৰু আশ্ৰয়ৰ একান্ত প্ৰয়োজন আৰু যদিও সেয়ে নহয় পিতৃ পৰিচয় হীন সন্তান এটাক জহৰা বুলি সকলোৱে হাঁহিব । তাইৰ আগতে তাক লাঞ্ছিত, অপমানিত কৰিব । সেইতো তাই সহ্য কৰিব জানো ? কোনোবা মাতৃয়ে পাৰিব জানো ?

যেনিবা অমৰেন্দ্ৰই তাইক আকৌ আশ্ৰয় দিলেই ; কিন্তু তাইৰ নিজৰ ভৱিষ্যত জীৱন, এটা শক্তিহীন পুৰুষৰ লগত চিৰজীৱন তাই কেনেকৈ কটাব ? কামনাৰ ভেটাভঙা উন্মাদনাক তাই চিৰজীৱন কেনেকৈ ৰোধ কৰি ৰাখিব । এই বানপানীয়ে একো নামানি যদি হুৰ হুৰকৈ আকৌ পাৰ ভাঙি দিয়ে । পাৰ ভাঙি দিয়ে নহয়, পাৰ ভাঙিবই, ই ধ্ৰুব সত্য, ই নিশ্চিন্ত ।

তেন্তে উপায় ?

দুই নাৱত দুই ভৰি থৈ কোনোবাই পাৰ পাব পাৰে নে ? জীৱনত অপঘাট মৃত্যুকো যদি আঁকোৱালি লব লগা হয়, কেতিয়াও এই জীৱনত আৰু অমৰেন্দ্ৰৰ কাষ চাপিব নোৱাৰি । গোটেই জীৱন এটা মৰাশক সাৱটি শুই থাকিব পাৰি নে বাৰু ? এটা উত্তপ্ত জীৱন্ত কামনা আৰু এটা মৰাশ ?

নহয় ।

চল-চক্ৰান্ত কৰি সন্তানটোক তেওঁক গটোৱা আৰু শেষত নিজ ইচ্ছাৰে জীৱন অতিবাহিত কৰা ।

মই উত্তেজনাত গুছি অহাত প্ৰকাণ্ড ভুল হ'ল । এই সন্তানৰ পিতৃ ভাস্কৰ বুলি কোৱাহেঁতেন হয়তো নিশ্চয় তেওঁ সহ্য কৰিলে-হেঁতেন । এদিন ঠিক তেনেদৰে তেওঁ মোক বুজিবলৈ দিছিল ।

মই মৰসাহস দি মোহনৰ কথা কেতিয়াও কব নালাগিছিল । মই বৰ মূৰ্খ আৰু বুদ্ধিহীন । মোৰ অহঙ্কাৰতে আজি এনে বিলাই । মোহনৰ কথাটো কোৱা ভুল হ'ল ।



হয়তো মোৰ দৰে ধনীৰ অভিজাত বোৱাৰী এজনীৰ এটা সাধাৰণ চাকৰৰ লগত সম্বন্ধ হ'লে সকলোৱে ঘৃণা কৰিব ! সেই কাৰণেই অমৰেন্দ্ৰই মোক ক্ষমা কৰিব নোৱাৰিছিল । কথাটো প্ৰকাশ কৰা ভাল আছিল । সহ্য কৰিব নোৱাৰা কথাটোক অন্যভাৱে বুজাই দিব লাগিছিল । আনক কঠোৰ আঘাত হানিবলৈ গৈ সহস্ৰ আঘাত মইহে সহ্য কৰিব লগা হ'ল ? মানুহটো কিছু ক্ষেত্ৰত সৰলো ।

এটা সৰু ল'ৰাৰ দৰেই নিজৰ দুৰ্ব্বলতাবোৰ নিঃসঙ্কোচেৰে কৈ পেলোৱাৰ স্বভাৱ মানুহটোৰ আছিল ।

এই সন্তানটোক তেওঁৰ বুলি পোনতে গটোৱা যায় কেনেকৈ ? উপায়ে বা কি ??

মোৰ কথাবোৰ যদি দেউতা-মাক জনাই দিয়ে, বা তেওঁৰ পাপা-নানাকো জনাই দিয়ে, কি জানি তেওঁৰ পাপা-নানাক জনালেই । আজি তিনি দিনেও জনোৱা নাই নে ? নিশ্চয় জনাইছে চাগৈ । ছিঃ ছিঃ, মই মানুহৰ আগত কেনেকৈ মুখ উলিয়াম ? তেওঁৰ চাকৰৰ লগত অবৈধ সম্বন্ধ আছে বুলি নিশ্চয় জনাইছে ।

মই বিশ্বাসঘাতিনী বুলি মোক খেদি দিয়াৰ কথাটো তেওঁৰ বন্ধু মহলক হাঁহি জনাই কিমান ঠাট্টা-মস্কৰা কৰিছে চাগৈ ?

মোহনক হয়তো অত্যাচাৰো কৰিছে ? বেচেৰা নিৰ্দ্দোষী মোহনটো ! তেনে বলিষ্ঠ ডেকা এটা মোৰ জীৱনৰ লগৰী হোৱা-হেঁতেন ! মোৰ জীৱনত এনে কেলেঙ্কেৰী কথাবোৰ হয়তো কেতিয়াও নহ'লহেঁতেন ?

স্বাস্থ্যবোৰ পৰীক্ষা কৰিহে ডেকা-গাভৰুৰ বিয়া হোৱা উচিত । মোৰো যদি তেনেই হ'লহেঁতেন— এনে ধমধমীয়া জুইত পৰি পুৰি মৰিব নালাগিলহেঁতেন ।

মুঠতে পোনতে মোৰ দোষৰ কাৰণে সন্তানটো পিতৃ পৰিচয়-হীন কৰিব নোৱাৰো । দ্বিতীয়তে তাৰ ভৱিষ্যত নিৰাপদ কৰিব লাগিব আৰু তাকে কৰিবলৈ হ'লেই বৰ্ত্তমানে অমৰেন্দ্ৰৰ

সহায় লব লাগিব। কিন্তু মই নিজে উপযাচিকা হ'লে অমৰেন্দ্ৰই আৰু ভুৰ্ঘোৰ সন্দেহে কৰিব। তাৰ পৰা নিজৰ অনিষ্ট হোৱাৰেইহে সম্ভাৱনা বেছি। তাৰ সলনি প্ৰশান্তক এবাৰ লগ ধৰি বুদ্ধি পৰামৰ্শ লব লাগিব। প্ৰশান্তক লগ পোৱা যায় কেনেকৈ! প্ৰশান্তইয়ো সেই একেটা কথা কব, সন্তানটোৰ পিতৃ পৰিচয় মাত্ৰ এই অৱস্থাত অমৰেন্দ্ৰইহে প্ৰতিষ্ঠা কৰিব পাৰিব?

তেন্তে অমৰেন্দ্ৰলৈ আজিয়েই এখন চিঠি লিখিম। লিখিম—মই ধেমালিহে কৰিছিলো। মোহন তাৰ পিতৃ কেতিয়াও নহয়। হবও নোৱাৰে, ছিঃ এটা চাকৰৰ লগত এনে ঘৃণিত কাম এজনী শিক্ষিতা অভিজাত ধনীৰ স্ত্ৰীয়েনো কিহৰ অভাৱত কৰিব? তোমাক আচৰিত কৰিবলৈহে এনেকৈ কৈছিলো। তুমিও আৰু! কিন্তু?

কিন্তু ইয়াৰ পিতৃ কোন বুলি সুধিলে বাৰু কি বুলি কম? কাৰ নাম কম? এই জটিল কথাটোৰ সমাধান কেনেকৈ কৰা যায়। ইমানবোৰ চিন্তা কৰাতকৈ দেখোন, নিচেই এটা সহজ উপায় আছে?

কি সেইটো?

গৰ্ভপাত!!

ছিঃ ছিঃ, কি কথাবোৰ ভাবিছো? মোৰ মনটোৱে ইমান নিষ্ঠুৰ কথাবোৰ ভাবিব পাৰে বুলি কেতিয়াও ভবা নাছিলো। বাৰু গৰ্ভপাতেইবা কেনেকৈ কৰা হয়?

উপায় ঢেৰ আছে; কিন্তু কথাটো নিজৰ কাৰণেও মাৰাত্মক আৰু আইন মতেও ভীষণ দোষণীয়। মাতৃ হ'লেও সন্তানক হত্যা কৰিবলৈ অধিকাৰ নাই; কিন্তু নিজকে ৰক্ষা কৰা যায় কেনেকৈ? সকলো কুল সমানে ৰক্ষা কৰা যায় কেনেকৈ??

আজিয়েই মাক সকলো বিৱৰি কৈ দিওঁ। অমৰেন্দ্ৰই জনোৱাৰ আগতেই ময়ে পোনতে জনাই নিৰাপদ হৈ থকাই ভাল



যাতে ইমান অসহনীয় জীয়া যন্ত্ৰণা এটা অন্তৰতে ঢাকি ৰখাতকৈ প্ৰকাশ কৰিলেও কিছু শান্তি পাম। মায়েও নিজৰ জীয়েকক ৰক্ষা কৰিবলৈ সকলো দিহা-পৰামৰ্শ দিব।

দেউতাই-মায়েনো তেনে এটা পুৰুষলৈ মোক বিয়াই দিছিল কিয়? মোৰ শাস্তিৰ ভাগ তেওঁলোকেও ভোগা উচিত।

নহয়, নিজৰ ভাগ্যৰ ফলতহে নিজে ভোগে, লোকৰ গাত দোষ দি লাভ নাই। চাপৰিলে পিঠিৰ পৰা মেঘ নেৰায়। সৰলভাৱে মাক সকলো কথা ভাঙি-পাতি কৈ দিম। প্ৰয়োজন-বোধ কৰিলে……গৰ্ভপাতো।

অলকাৰ মূৰটো আচন্দ্ৰাই কৰাৰ নিচিনা লাগিছিল। বহুত পৰ ডাঙৰ শূন্য এটাকে চাৰিওফালৰ পৰা ভুয়োহাতেৰে খামুচি ধৰিবলৈ বিচাৰি বিফল মনোৰথ হৈছিল।

আবেলি আকাশী আৰু মাখন ৰঙৰ ফিয়েত গাড়ীখনত উঠি অলকা তৰাজানলৈ গৈছিল। তৰাজান যোৰহাটৰ লৰ্ডসকল থকা বাসভূমি। ছোৱালী কলেজৰ আগত থকা এটা ধুনীয়া পকী ঘৰৰ আগতে গাড়ীখন ৰৈছিল। অলকা গাড়'ৰ পৰা নামি ঘৰটোলৈ সোমাই গৈছিল আৰু অলপ পৰৰ পিছতেই ওলাই আহি আকৌ গাড়ীত উঠি চোলাধৰালৈ আহিছিল। তাৰ পৰা তাই গধূলি ঘৰলৈ ঘূৰিছিল।

ৰাতি এটা বাজি গৈছিল।

অলকাহঁতৰ কম্পাউন্দৰ বাহিৰে সিহঁতৰে এটা ভাড়া ঘৰ, এতিয়া খালি হৈ আছিল। ইয়াতে প্ৰশান্ত ভুবছৰ আছিল। অলকাহঁতৰ ডাঙৰ বঙলাটোৰ পৰা ভালেখিনি নিলগত। ডাঙৰ এলচেচিয়ান কুকুৰ ছুটাৰ গলন্ধত চুই চুই সিহঁতক মৰম কৰিছিল। অলকা সেই ঘৰটোলৈ ডাঙৰ ফুলনিখন সাৱধানে পাৰ হৈ আহি ভাড়া ঘৰটোৰ ভুৱাৰৰ তলা খুলি ভিতৰ সোমাই মনে মনে

প্ৰশান্তৰ কাৰণে অপেক্ষা কৰি আছিল। অলকাই সিহঁতৰ দাৰোৱানটোক কৈ থৈছিল। কিছুপৰৰ পিছত প্ৰশান্ত আহিছিল। প্ৰশান্ত আৰু অলকাই এখন তক্তাত বহি কথা পাতিছিল।

প্ৰশান্তই কৈছিল, "মই যে তৰাজানৰ ভাড়া ঘৰত আছো তুমি কেনেকৈ জানিলা।

"তুমি পঢ়োৱা বাণীৰ পৰা।"

"তোমাৰ ঘটনাটোৰ কথা কোৱাচোন?"

অলকাই অমৰেন্দ্ৰৰ লগত হোৱা সকলো কথা প্ৰশান্তক পৰিষ্কাৰকৈ কৈছিল। মাথো মোহন শব্দটোৰ ঠাইত তাই প্ৰশান্ত ব্যৱহাৰ কৰিছিল।

প্ৰশান্তৰ অন্তৰখন অলকাৰ কাৰণে কান্দি উঠিছিল। তেওঁৰ কাৰণেই অলকা দুৰ্দ্দশাগ্ৰস্ত হোৱাত চিৰজীৱন তেওঁৰ কাৰণেই অলকাই দুখ ভোগ কৰি থাকিব লাগিব। গুৱাহাটীত তেওঁলোক দুয়ো আলোচনা ইয়াকে ঠিক কৰিছিলি যে অলকাৰ সন্তানটোৰ জন্ম হোৱাৰ পিছতেই অলকাই অমৰেন্দ্ৰক আইন অনুসৰি ত্যাগ কৰি প্ৰশান্তৰ লগলৈ গুচি আহিব। পৰিকল্পনাটো বৰ্ত্তমান ঘটনাই পৰিবৰ্ত্তন কৰাত প্ৰশান্ত চিন্তিত হৈ পৰিছিল।

অলকাই সুধিছিল, "কোৱাচোন কি কৰিম?"

"ভাবি একোৱেই ঠিক কৰিব পৰা নাই।"

"তাৰ পৰা বিপদেহে বাঢ়িব।"

"কি বিপদ? হবলৈওনো আৰু কিটো আছে।"

"প্ৰথমেই আনৰ বিবাহিতা তিৰোতাক ফুচলাই অনাৰ অপৰাধত আৰু তুমিও স্বামীক বিশ্বাসঘাটকতা কৰাৰ কাৰণে আইনৰ ওচৰত দুয়ো সমানে দোষী হম।"

"কিন্তু দুয়ো একেলগে থাকিব পাৰিম?"

"আইনৰ ওচৰত দোষী হ'লে নোৱাৰিবও পাৰো? তাতে এনেয়ে এটা অপবাদৰ বদনাম চাৰিওফালে গুলায় পৰিব।"



"তেন্তে উপায়?"

"মই চিন্তা কৰি পাইছিলো অমৰেন্দ্ৰৰ লগত তোমাৰ ডাইৰ্ভোস। জীৱনত মুক্তভাৱে থকাতোৱেই সুখৰ। আৰু এটা কথা চিন্তা কৰিছো।"

"কি?"

"ডাইৰ্ভোসৰ আবেদন-পত্ৰ এতিয়াই দাখিল কৰিব পৰা যায়? সেয়ে যেনিবা যুক্তিপূৰ্ণ হব লাগিব।"

"পুৰুষত্বহীন এটা প্ৰধান কাৰণ নহব জানো?"

"হ'লেও বৰ্ত্তমান পৰিস্থিতি অন্য ধৰণৰ।"

"কেনে ধৰণৰ?"

"যদি তুমি এতিয়াই সন্তানসম্ভাবা নহ'লাহেঁতেন। এতিয়া অমৰেন্দ্ৰৰ পুৰুষত্বহীনতা প্ৰমাণ কৰিবলৈ গ'লেই তুমি কেনেকৈ অন্তঃসত্বা হ'লা এই প্ৰশ্নটো সহজে উঠিব। আৰু শেষত প্ৰকাশ্যেই তুমিহে চিৰকলঙ্কিতা হবা আৰু সন্তানটিৰ ভৱিষ্যতো বেয়া হব। প্ৰথম কাৰণতো সেই কাৰণেই বাতিল হৈ যাব। ঘৰুৱা অশান্তিও এটা প্ৰধান কাৰণ হব পাৰে, অৱশ্যে অমৰেন্দ্ৰই পিতৃ বুলি প্ৰমাণ হব।"

"পিছে?"

"তাকেতো।"

"তেওঁতো মোক চিৰজীৱনৰ কাৰণে খেদাই দিছে।"

"হ'লেও তুমি নীৰৱে কিছুদিন বাট চাব লাগিব। এতিয়া তুমি কিবা এটা কৰিলে তেওঁ ঈৰ্ষাতে তোমাক দুৰ্ঘোৰ অনিষ্টও কৰিব পাৰে—মোৰো।"

"ইয়াতকৈও যদি ডাঙৰ বিপদ হয়, তুমি কি কৰিবা?"

"মই আছো।"

"তুমি মোক সদায় ইয়াতে জৰুল লগ পাই থাকিবা?"

"সদায় পোৱাটোত বিপদো আছে। মাজে মাজে নিশ্চয় পাম।"

"নহয়, মোক আজিয়েই লৈ বলা।"

"অধৈৰ্য্য নহবা। সময়ত তোমাক মরে যাবলৈ কম।"

এঘন্টামান সময় নীৰৱে গৈছিল। ফেহুজালি দিবৰ সময় হৈছিল। প্ৰশান্ত যাবলৈ বুলি ওলাইছিল। অলকাৰ দীঘল হুমুনিয়াহ এটাৰ লগত "প্ৰশান্তদা" শব্দটোও উশাহৰ লগত ওলাই আহিছিল আৰু কৈছিল, "কালিলৈও। মই সহায়হীন হৈ পৰিছো।"

সাতদিন অমৰেন্দ্ৰই মাথো একেটা কথাকে আগুলি পাগুলি আছিল। "অলকা বেয়া, অলকা চৰিত্ৰহীনা, অলকা স্বৈৰিণী, বেশ্যা, অলকা ব্যাভিচাৰিণী, অলকা বিপদজনকভাৱে মাৰাত্মক।"

অলকা শোৱা শূন্য পালেঙখন দেখি অন্তৰত এটা কোমল ভাব তেওঁৰ আকৌ জাগি উঠিছিল।

"এই পালেঙত অলকা শুই আছিল। স্বপ্নবিভোৰা হৈ শুই আছিল। সেই বুকু, সেই মুখ, সেই উৰু কামনাৰে পৃথিবী কঁপোৱা কোমল সঙ্গম ত্ৰিভূজ।

পৃথিবীৰ যৌৱন উৎসৱতো এই পালেঙতে শুই শুই মোক খা মোক খাকৈ মোক উন্মাদভাৱে আহ্বান কৰিছিল। আৰু আজি এটা শূন্যই মোক নেলু চেপি মাৰিব খুজিছে। এটা হাঁহাকাৰৰ ডাঙৰ শূন্য আৰু মই এটা পশুৰ দৰে এই যৌৱন ফুলটোক মোহাৰি মাৰি পেলাব খুজিছিলো। ক'তা সেই দিনটো অলকাই মোক গালি দিয়া নাছিল। এটা সাধাৰণ কটু কথাও কোৱা নাছিল। এগিলাচ পানী দি মোৰ পিয়াহ গুচাইছিল। অলকাৰ দেহাটোৰে মোৰ কামনাৰ অতৃপ্ত তৃষ্ণাতো গুচাইছিল। মোৰ ভিতৰৰ উন্মাদ শক্তিটোৰে প্ৰকাশ হবলৈ মোক খুন্দিওৱা খুন্দি কৰি মোক বিতত কৰি পেলাইছিল। ইমান অত্যাচাৰ কৰা সত্বেও অলকাই সকলো সহ্য কৰিছিল।

অলকা সন্তান সম্ভাবা বুলি জানি মই এটা ধুমকেতু দেখাৰ দৰে ভয় খাইছিলো? আৰু সেইটো সঁচাকৈয়ে তেনে নে বাৰু!!



কেতিয়াও নহয়! মোৰ বংশত সিয়েই হয়তো ধ্ৰুবতৰা। কত মনিষী পৃথিবীত সেইদৰেই জন্ম গ্ৰহণ কৰি প্ৰতিভাৰে অমৰত্ব লাভ কৰিছে? সি মোৰ তোলনীয়া পুত্ৰও হব পাৰে। বজা-বাজি স্বামী-স্ত্ৰীয়ে আনৰ সন্তান তোলনীয়া কৰি নলয় জানো?

মোৰ চিন্তাবোৰ ভুল-ভ্ৰান্তিৰে ভৰা আৰু উত্তেজনাবশত তৎক্ষণাত অলকাক বাহিৰ কৰি দিয়াটো মোৰ পুৰুষোচিতো হোৱা নাই বোধহয়। বোধহয় নহয়, নিশ্চিতভাৱে হোৱা নাই।

এজনী নাৰীৰ যৌৱন পুৰুষৰ ভোগৰ কাৰণেই সৃষ্টি। তাইৰ যৌৱনতে গোটেই সৃষ্টি তত্বটো সোমাই আছে? সৃষ্টিৰ স্বাভাৱিক গতিত কোনোবাই বাধা দিব পাৰে জানো? পাৰ বান্ধিবলৈ গলে সি আৰু ওফন্দি দোকোলটোকা বানপানী সৃষ্টি কৰি দুয়োপাৰ ভাঙিহে পেলাব আৰু মই তাকেই কৰিবলৈ গৈছিলো। এনে অসমৰ্থ অৱস্থাত মই বিয়া কৰাইছিলো কিয়? স্পষ্টভাৱে মই কাপুৰুষ। এজনী গাভৰুৰ দপদপকৈ জ্বলি থকা যৌৱনটোক ফুৰাই নুমাবলৈ চেষ্টা কৰিছিলো। অলকাক চিৰ বঞ্চিতা কৰা অন্যায়, অন্যায় নহয়, ঘোৰ পাপো।

মই যদি সমৰ্থ হলোহেঁতেন, অলকা কেতিয়াও অসদ নহ'লহেঁতেন। মই যদি শক্তিবান হলোহেঁতেন, অলকাই এটা হীন চাকৰক নিজৰ দেহাটো দি চৰিত্ৰহীনা নহ'লহেঁতেন?

মই অলকাক মাৰাত্মক বুলি ভাবিছো, অলকায়ে মোৰ ছন্দময় জীৱন নিঝৰা হ'লহেঁতেন।

এজনী মাতঙ্গী যৌৱনা গাভৰুক এটা শক্তিমন্ত ডেকাইহে পৰিতৃপ্ত কৰিব পাৰে। সঙ্গম সুখতেইহে সংসাৰ।

ইয়াৰ বিজুতিতেই মোৰ সংসাৰ বিষময় হৈ উঠিল। গুৰিতেই মই বহুত ভুল কৰিছো। মোৰ ভুলৰ কাৰণেই জীয়াতু ভুগিছো।

ইমান নিঃসঙ্গ জীৱন কেনেকৈ কটাম খুনলুঙে কৈছিল, মেমচাহাৰ খুব ভাল। সেইদিনা নিজৰ লাজ-কাজ ত্যাগ কৰি মোক

লগত শুৱলৈ কৈছিল। মোক উত্তেজিত কৰিবলৈ কিমান ন ন উপায় অৱলম্বন কৰিবিছিল ? শেষত ভাগৰি অলকাই ফোঁপাইছিল আৰু মই এটা প্ৰাণহীন পদাৰ্থৰ দৰে কাছ পৰাদি পৰি আছিলো। এটা চেঁচা শিলৰ দৰে জাগি জাগি শুইছিলো। কিমান মোৰ মৰ্ম্মদাহ হৈছিল সেইদিনা।

এটা সঙ্গম উপভোগৰ দৃশ্য দেখুৱাবলৈ অলকাক কৈছিলো। অলকাইও আন্তৰিকভাৱে চেষ্টাও কৰিছিল। মাত্ৰ কেচু খান্দোতে ফেটি সাপেহে ওলাইছিল।

ভাস্কৰ মোৰ জীৱনদাতা আৰু অলকা মোৰ স্ত্ৰী। দুয়োকো যদি মই মিনতিৰে কলোহেঁতেন, "এই হতভগীয়াৰ কাৰণে অকন লাজ ত্যাগ কৰ।" এনে এটা দৃশ্য দেখিলে মোৰ হয়তো এই মানসিক বিকাৰটো একেবাৰে নাইকীয়া হৈ যাব। হয়তো জীৱনত এটা গভীৰ তৃপ্তিও আহিব। সকলো পলম হৈ গ'ল ! এই আমনি লগা দীঘল জীৱনটো ! হতাশ চাহাবাৰ মাজে মাজে খোজ দি কেনেকৈ আগবাঢ়ি যাওঁ ?"

ভিয়েনাত চিকিৎসা কৰালো, লণ্ডনতো। পৃথিবীৰ বিখ্যাত বিশেষজ্ঞই মোক পৰীক্ষা কৰি কৈছিল, "ওহো, মঙ্কিগ্ৰেণ্ড লগালেও কৃতকাৰ্য্য নহয়।"

যিমান দূৰলৈকে চাওঁ গৰম মৰুভূমি দেখো। কতো ওৱেচিচ নাই। অকন আশা নাই ! জীয়াই থকাৰ সম্বল নাই ! নিতৌ মৰণৰ উন্মাদ শুনিছো। কি কৰিম ? কি কৰিলে জীৱনত শান্তি পাম ? মোক নেলু চেপি কোনোবাই যেন হত্যা কৰিব খুজিছে। মই কেনেকৈ ৰক্ষা পাও ? নিজকে কেনেকৈ এই ৰাক্ষসটোৰ বজ্ৰ-খামোচৰ পৰা আত্মৰক্ষা কৰো ? কেনেকৈ ?? মাথো এটা উপায় আছে। সেয়ে আত্মৰক্ষাৰ উত্তম উপায়।

সাউৎকৰে অমৰেন্দ্ৰই আলমাৰিৰ তলত থকা দীঘল বাকচ এটা উলিয়াই তাৰ পৰা ডবল বেৰেল বন্দুকটো উলিয়াই এটা গুলি ভৰাই



টুল এখনত বহি টিগাৰটো সোঁভৰিৰ বুঢ়া আঙুলিৰে টিপিবলৈ বন্দুকৰ নলটো ডিঙিৰ মাজত দি টিগাৰটো টিপি দিছিল। তাৰ আগতে টুলখনৰ পৰা অমৰেন্দ্ৰ বাগৰি পৰিছিল। আৰু এটা শব্দ হৈছিল, "গুৰুম।"

খুনলুঙে অমৰেন্দ্ৰৰ কোঠালৈ তলৰ মহলাৰ পৰা উধাতু খাই ছিড়িটো দেও দি পাৰ হৈ সোমাই চিঞৰি উঠিছিল। ঘৰৰ বাবুৰ্চ্চি, চাকৰ-বাকৰবোৰো বিস্ময়ৰে আহি তাত গোট খাইছিলহি ! অমৰেন্দ্ৰ হামখুৰি খাই পৰি আছিল।

আৰু এসপ্তাহ পাৰ হৈ গৈছিল।

দুদিন প্ৰশান্তৰ লগত অলকাৰ দেখা সাক্ষাৎ হোৱা নাছিল। অলকা অধীৰ চঞ্চল হৈ উঠিছিল। কল্পিত দুৰ্ঘটনা কিছুমানৰ কথা ভাবি ভাবি আৰু আশঙ্কিত হৈ পৰিছিল।

তাতে আজি ৰাতিপুৱা গুৱাহাটীৰ পৰা অহা খবৰটোৰ কথা প্ৰশান্তক যেনেতেনে দিবলৈ তাই আৰু উদ্বাউল হৈ পৰিছিল। অতীতৰ ঘটনা কিছুমানৰ কাৰণে প্ৰশান্তক সহজে দেখাদেখিকৈ লগ পাবলৈও তাইৰ সিমান সুবিধা নাছিল।

তাই ভাবিছিল।

"ৰাতিলৈ মটৰেৰে খবৰটো পোৱাৰ আগতে খবৰটো যেনেতেনে প্ৰশান্তক দি এটা নিশ্চিত উপায় আগতে স্থিৰ কৰিব লাগিব। দেউতা মাকো তেওঁ প্ৰকাশ্যে মোৰ চৰিত্ৰৰ বিষয়ে এখনকে দহখন লগাই মোক দুৰ্ঘোৰ অপমান কৰিব লগতে দেউতা-মাকো হয়তো আত্মমৰ্য্যাদাৰ নানা কথা কব ! প্ৰশান্তক লগ নাপালে একোকে ঠিক কৰিব নোৱাৰি।"

প্ৰশান্তৰ ওচৰলৈ চিঠি এখন দি দাৰোৱানটোক পঠাই দিছিল, সিও ঘূৰি আহি লগ নাপালো বুলি কোৱাত অলকা আৰু অধৈৰ্য্য হৈ পৰিছিল।

বিশ্বাসী ড্ৰাইভাৰটোও দেউতাকক লৈ বাগিছালৈ গৈছিল। আবেলিৰ মলিয়ন বেলিটোৰ দৰে তাইও মলিয়ান হৈ পৰিছিল আৰু তাইৰ মনৰ ছটফটনিৰ গতিবেগ লাহে লাহে বেছি হৈছিল। তাই ভাবি ভাবি বিমোৰত পৰিছিল।

"হয়তো মোক ঘূৰাই লৈ যাবলৈও বিচাৰিব পাৰে। যিহে আকলুৱা মানুহটো, নহ'লে ইয়ালৈ আহিব কিয়? তেনে মানুহৰ লগত এদিনো থাকিব নোৱাৰো। ফাঁচ লগাই মৰা ভাল। হাজাৰ চেষ্টা কৰিলেও নাযাও। যদি মোক জোৰ কৰি লৈ যাব খোজে, যদি মা-দেউতাই মোক যাবলৈ কয়, মোৰ অৱস্থাটো মৃত পতিৰ লগত সতী যোৱাৰ দৰেই হব দেখোন? হেষ্টিংচে জানো সতী যোৱা প্ৰথা উঠোৱা নাছিল। উঠালেও কত ছোৱালীয়ে চাগৈ মানসিক দুৰ্য্যোগত পৰি আজিও অধমপতিৰ কাৰণে সতী গৈছে।

মোক তুনাই আৰু গুৱাহাটীলৈ পঠাব নোৱাৰে? ডাইৰ্ভোচ, ফাই-ভোচৰ কাৰণে মই আৰু ৰৈ থাকিব নোৱাৰো। মোৰ খুচি নাই, মই নাযাওঁ।

ৰাতি প্ৰায় দহোটা বাজিছিল। তাই ঘড়ী চাই চাই আৰু অস্থিৰ হৈ পৰিছিল। ফুট গধূলিতে মূৰ কামুৰিছে বুলি তাই আঠুৱা পেলাই তাইৰ কোঠাৰ লাইটো নুমাই এনেয়ে শুই আছিল। গুৱাহাটীৰ পৰা অমৰেন্দ্ৰ আহি পোৱাৰ আগতেই তাই যদি এবাৰ প্ৰশান্তক লগ পালেহেঁতেন।

প্ৰশান্তৰ কথা এটা তাইৰ মনত পৰিছিল। দুঃসাহসিক নহ'লে কোনো কামেই নিসিজে বুলি প্ৰশান্তই এদিন তাইক কৈছিল।

তাই সাউৎকৰে বিছনাখনৰ পৰা উঠি টকা পাঁচোটা লৈ ঘৰৰ সকলোৰে আঁৰলৈ সাৱধানে তাই সিহঁতৰ বঙলাটোৰ পৰা ওলাই



গেট পাৰ হৈ ৰাজপথত থিয় হৈছিল। তাই এখন ৰিক্সাৰ কাৰণে ৰৈ আছিল।

তাই স্বৰ্গৰ দেৱী হৈ নৰকৰ ৰাজপথলৈ ওলাই আহিছিল। নৰকৰ ৰাজত্বই ভাল বুলি তাই ভাবিছিল। ঠিয় হৈ থকাৰ পৰা তাই সিহঁতৰ ৰাজ অট্টালিকাৰ দৰে প্ৰকাণ্ড বঙলাটো চাইছিল। তাই দেখিছিল এটা ডাঙৰ দৈত্য যেন ঠিয় হৈ পোহৰেৰে জিক্‌মিকাই আছে।

কিমানৰ বুকৰ তেজ এই বঙলাটোৱে শুহি খাইছিল। কিমান বীভৎসতা ইয়াৰ বুকুত ইয়াৰ ইটাৰ ছটাই ছটাই সোমাই আছিল। তাইৰ জীৱনটো এই বঙলাৰ গৰ্ব্বটোৱে নিঃশেষ কৰি দিছিল। এই বঙলালৈ আৰু কেতিয়াও তাই ঘূৰি নাহিম বুলি ভাবিছিল। অকনমান ভঙা জুপুৰী এটা'তে তাই সুখী হৈ থাকিব পাৰিলেহেঁতেন বুলি অলকাহঁতৰ বিপৰীতে থকা কন কন আকাশ দেখা ভঙা জুপুৰীবোৰ তাই চাইছিল। বঙলাটো দেৱতাৰ স্বৰ্গপুৰী আৰু এই কন কন জুপুৰীবোৰ নৰকৰ আবাসভূমি কেতিয়াও নহয় বুলি ভাবিছিল। নৰক-সৰগ হাত মিলাই একেলগে থকা তাই দেখিছিল।

সেইখিনিত ৰিক্সা নাপাই তাই ভয়ে ভয়ে আৰু অলপ আগবাঢ়ি গৈছিল। এনেতে বুঢ়া ৰিক্সাৱালা এটাই তাইৰ কাষেৰে যাওঁতেই তাই বেগেৰে ৰিক্সাত উঠি উধাতু খাই তাক নিৰ্দ্দিষ্ট ঠাইলৈ লৈ যাবলৈ বুলি কৈছিল; তাক ভাড়া পাঁচ টকা দিম বুলি কৈছিল।

গড়আলিৰ উত্তৰ মুখে বুঢ়া ৰিক্সাৱালাটোৱে প্ৰাণটাকি ৰিক্সা চলাইছিল।

ৰাতি তেতিয়া প্ৰায় এঘাৰটামান বাজিছিল। ৰাস্তাত যান-বাহন, মানুহৰ চলাচল বহুত কমি আহিছিল। ৰিক্সাখন গড়

আলি এৰি চেউনিয়ে আহি কাছাৰী পাৰ হৈ ছোৱালী হাইস্কুল-খনৰ ওচৰ পাইছিলহি ।

ৰাস্তাটোৰ মাজত এপাল দমৰা আৰু ছুজনী চেউৰীয়ে ঘাঁহ পাগুলি পাগুলি নিৰ্ভয়ে শুই আছিল । পশ্চিমফালৰ পৰা উজ্জল লাইটেৰে এখন মটৰ বৰ বেগেৰে আহিছিল । এই সন্ধিস্থলত ৰিক্সাৱালাটোৰে কণামুনা দেখিছিল ।

ৰাস্তাৰ বাওঁফাল একেবাৰে বন্ধ হৈ থকাত সি গৰুপালৰ কাষেৰে ৰিক্সাখন চলাই মটৰখনৰ কাৰণে বগল দিব খোজোতেই কাৰখনে আহি হঠাৎ জোৰেৰে ৰিক্সাখনত খুন্দা মাৰি দিয়াত অলকা আৰু ৰিক্সাৱালা ছিটিকি গৈ বহু দূৰত পৰিছিল। অলকাই কিছু আঘাট পাই তাতে তাই অজ্ঞান হৈ পৰিছিল আৰু ৰিক্সা-ৱালাটোৱে ভৰিত কিছু ছুখ পাইছিল ।

জনবিৰল পথত এজন ডেকা ল'ৰাই কিছু দূৰৈৰ পৰা ঘটনটো দেখি লৰি আহি সাউৎকৰে অলকাক ডাংকোলা কৰি ৰিক্সাত তুলি দিছিল । ৰিক্সাখনৰ পিছৰ চকা এটাৰ ৰিম কিছু বেঁকা হৈ গৈছিল। ৰিক্সাৱালাই চোচোৰাই চোচোৰায়ে ৰিক্সাখন টানি লৈ গৈছিল।

ডাক্তৰে অলকাক দেখিয়েই মিঃ শৰ্ম্মাৰ জীয়েক বুলি চিনি পাইছিল আৰু অলকাক লৈ যোৱা ডেকা ল'ৰাটোক নানা প্ৰশ্ন সুধিছিল । সি যিখিনি দেখিছিল তাকে বিৱৰি ডাক্তৰক কৈছিল। ডাক্তৰে অলকাক ভালকৈ পৰীক্ষা কৰি চিকিৎসা কৰিছিল । কিছু সময়ৰ পিছত অলকাৰ জ্ঞান ঘূৰি আহিছিল যদিও তাইৰ তলপেটত এটা অসম্ভৱ বিষ অনুভৱ কৰিছিল ।

অলকাৰ গৰ্ভপাতৰ পূৰ্ব্ব লক্ষণবোৰ দেখি ডাক্তৰ বৰ চিন্তাত পৰিছিল আৰু অলকাৰ সুচিকিৎসাৰ বন্দবস্ত কৰিছিল ।

মটৰখন জোৰেৰে আহি ব্ৰেক মৰাৰ সত্বেও ৰিক্সাখনৰ মড-গাৰ্ডত জোৰেৰে খুন্দা মাৰিছিল ।



ব্ৰেক টানোতে জোৰেৰে শব্দ হোৱাত টোপনিয়াই চিন্তা কৰি অহা অমৰেন্দ্ৰই পিচ চিতৰ পৰা সাৰ পাই সুধিছিল, "কি খুন্দিয়া খুন্দি লাগিল আহমদ ?"

"নাই হুজুৰ, এই ৰিক্সাৱালা চব বদমাচ, চালা চব আজি মৰিলেহেঁতেন ।"

"চাব, গাড়ীখন ৰখাব লাগিছিল ?" খুনলুঙে ডিঙি মেলি বহাৰ পৰা পিছফালে চাই চাই কৈছিল ।

গাড়ীখন আহি মিঃ শৰ্ম্মাৰ ওচৰত আহি ৰৈছিল । খুনলুঙ আৰু অমৰেন্দ্ৰ গাড়ীৰ পৰা নামি ভিতৰলৈ সোমাই গৈছিল ।

বাগিছাৰ পৰা মিঃ শৰ্ম্মা, অমৰেন্দ্ৰ অহাৰ কিছু আগতে আহি ঘৰ সোমাইছিলহি ।

শহুৰেক-শাহুৱেকে অমৰেন্দ্ৰক আতৌ-পুতৌকৈ অভ্যৰ্থনা কৰিছিল আৰু তেওঁৰ অহাৰ খবৰটো তেতিয়াই অমৰেন্দ্ৰৰ পাপাক-নানাক ফোনেৰে জনাইছিল ।

অলকাৰ মাকে অলকা শুই থকা কোঠাটোত সোমাই চিঞঁৰি চিঞঁৰি মাতিছিল । কোনো সাৰসিৰিকতি নাপায় তেওঁ নীলা লাইটো জ্বলাই ভোৰভোৰাই কৈছিল, "হেৰ ইমান টোপনিনে । উঠ অমৰেন্দ্ৰ পালেহি ?"

তেওঁ অলকাৰ বিছনাৰ আঠুৱাখন ডাঙি বিছনাখন শূন্য দেখি আকৌ নিজেই কৈছিল, 'কলৈ গলি অ' ? বাহিৰলৈ নেকি ?

তাইক বিচাৰ খোচাৰ কৰি শেষত বাথৰূম আদিতো চাই চলাথ কৰিছিল । ঘৰখনত তৎক্ষণাত এটা উত্তেজনা আৰু চঞ্চলতা বিয়পি পৰিছিল ।

ঘৰৰ সকলো হতভম্ব হৈছিল । অলকাৰ যোৱাৰ সম্ভাৱনাৰ ঠাইবোৰৰ এখন তালিকা তেওঁলোকে মনে মনে কৰি পেলাইছিল । মাকে বাৰে বাৰে কৈছিল, "এই এঘণ্টামানৰ আগতে অলকা শুই আছিল । ছোৱালীজনী হঠাৎ কলৈ গ'ল— কিজানি কিবা ফাকতি কৰি ধেমালিহে কৰিছে নেকি ?"

অমৰেন্দ্ৰ কিবা কিবি আশঙ্কা কৰি হতাশ হৈ পৰিছিল।

"খুনলুঙে ভাবিছিল মই যাক দেখিছিলো সেয়ে আমাৰ মেমচাব নেকি ?"

মিঃ শৰ্মাই পুলিচক খবৰ দিয়াটো উচিত হব নে নহয় ভাবি থাকোতেই তেওঁলোকৰ ফোনটো ক্ৰিং ক্ৰিংকৈ বাজি উঠিছিল। শৰ্মাই ফোনটো ধৰিছিল, "হয়, আপুনি ডাক্তৰ বৰুৱা, হয় কওঁক ডাক্তৰ, এই বুজিছে অকনমান কথা, "অলকাই কিছু আঘাত পাইছে ঘটনাক্ৰমে মটৰত। নহয় নহয়, ইমান চিন্তা নকৰিব। আপোনালোক সোনকালেই আহক। ভয়ৰ কোনো কাৰণ নাই।"

হস্পিতেললৈ তেতিয়াই সকলো মটৰ লৈ তৎক্ষণাত আহি পাইছিল। তেওঁলোকে অলকাই অসহ্য বিষৰ যন্ত্ৰণাত কাতৰধ্বনি কৰি পৰি থকা আৰু অলকাৰ জ্ঞান থকা নথকাৰ দৰে অৱস্থাতো দেখিছিলহি।

ডাক্তৰে ঘটনাটো অলকাক লৈ অহা ডেকাটোৰ পৰা যেনেকৈ শুনিছিল সেইদৰে তেওঁলোকক কৈছিল। ডেকা ল'ৰাটোৰ নাম, ঠিকনা আৰু গাড়ীৰ নম্বৰ তেওঁলোকক দিছিল।

অমৰেন্দ্ৰৰ মূৰত কোনোবাই বজ্ৰ হাতুৰিৰ মাৰ সোধোৱা যেন লাগিছিল। তেওঁৰ দীঘল হুমুনিয়াহ এটা ওলাই আহিছিল আৰু ঠিয় হৈ স্থিৰেৰে থাকিব নোৱাৰি কোঠাটোত থকা আৰামী চকীখনতে মূৰত হাত দি বহি পৰিছিল।

শৰ্মা-শৰ্মানিয়ে অমৰেন্দ্ৰৰ গাড়ীয়েই এই ঘটনাটো কৰা বুলি জানি হতবাক হৈছিল। শৰ্মা-শৰ্মানিয়ে আচৰিত হৈ কিবা অবিশ্বাস অবিশ্বাস ভাববোৰ কৰিছিল। বিছনাত শুই থকা ছোৱালী জনীকনো ৰাস্তাত অমৰেন্দ্ৰৰ গাড়ীৰে কেনেকৈ খুন্দিয়াবলৈ পালে ? এইটো কেনে কথা, কেনেকৈ সম্ভৱপৰ বুলি ব' লাগিছিল।

ডাক্তৰে অলকাৰ ৰক্তস্ৰাৱ বন্ধ কৰিবলৈ যত্ন কৰাৰ কথা কৈ তেওঁলোকক নিৰ্ভয়বাণী দিছিল।



অমৰেন্দ্ৰই অলকাৰ ওচৰতে বহি বহি ভাবি আছিল। অলকাৰ যন্ত্ৰণাত বিকৃত মুখখন দেখি তেওঁৰ যেন শোকে খুন্দামাৰি ধৰিছিল। তেওঁ আকাশ-পাতাল ভাবিছিল।

"যি মৰিব লগিছিল, সি দুবাৰ মৰিম বুলিও নমৰিছিল, আৰু যি মৰিব নালাগিছিল সি মৰণৰ ফালে আগবাঢ়ি গৈছিল। মই নমৰি অলকাক মাৰিলো কিয় ? মোৰ চঞ্চল অবিবেচক এটা মুহূৰ্ত্তৰ কাৰণেই এটা গুলীতে দুটা প্ৰাণী বধ হব নেকি ? খুনলুঙৰ কথাই শেষত সঁচা হব নেকি ? ৰাতি অলকাই অকলে মৃত্যুক বিচাৰি ৰিক্সাত কলৈ গৈছিল। আচৰিত ! মোৰ দৰেই অলকাই মৃত্যুক বিচাৰিছিল নেকি ? সেই মৃত্যুৰ গুৰি কোন ? ময়ে নহয় জানো ?

নিজকে সেইদিনা শেষ কৰি দিব পৰাহেঁতেন ! এই জ্বলা জুই একুৰাৰ মাজত হঠাৎ এনেকৈ কেতিয়াও জাপ দিব লগা নহ'লহেঁতেন। কি বিচিত্ৰ জীৱন ! মই'ত্ব অহঙ্কাৰিটো এক নমিষতে শেষ কৰি দিয়া ভগবান এই জীৱনটো। এইবোৰ জানি শুনিও মই বঢ়াই কৰিছিলো কিয় ? ছিঃ ছিঃ, মই নৰাধম, মই পিশাচ !!!

অলকাক উপভোগ কৰাৰ সকলো উপকৰণ ভগবানে উভৈনদী হিচাবে দিছিল। মই অলকাৰ জীৱন প্ৰফুল্লিত হোৱাৰ আগতে ধ্বংস কৰি দিলো।"

ইমানবোৰ বেবেৰিবাং চিন্তা কৰাৰ প্ৰয়োজন নাই। অলকা নিশ্চয় ভাল হব। হয়তো অতি বেছি গৰ্ভনাশ হব পাৰে। অলকা বাচক, অবাঞ্ছিত সন্তানটো মৰিলেও মৰক। তাৰ প্ৰয়োজনেই বা কি ? এটা চিৰ অশান্তি চিৰ জীৱনৰ কাৰণে গোটাই লোৱা হব। মোৰ জীৱনত সি দুখৰ এটা স্তম্ভ হিচাবেহে সদায় ঠিয় হৈ থাকিব—মাতৃ আৰু সন্তান !

দুয়ো মৃত্যুৰ লৈতে যুঁজ দি ধৰফৰাই আছে। ঘাড় মুচৰা এটা পাৰ চৰাইৰ দৰে জীয়াই থকাৰ এই যুঁজ। ভগবান ! জীৱন-মৰণৰ এই যুঁজতে শেষত মানুহ মৰে।

তথাপি দম্ভ, গৰ্ব্ব, অহঙ্কাৰ ভোগ লৈ গোটেই জীৱনত মানুহে গৌৰৱ কৰে। মোৰ দৰেই ভোগৰ কাৰণে নিস্ফল আস্ফালন কৰে। ভোগৰ শেষ ক'ত ?

আশা আৰু আশঙ্কাৰ মাজত দুদিন পাৰ হৈ গৈছিল। অলকা যেনেকৈ হঠাৎ ঘটনাৰ মুখত পৰিছিল, সেইদৰে সুচিকিৎসাত তাই হঠাৎ ভাল হৈও উঠিছিল।

পঞ্চম দিনা তেওঁ ঘৰলৈ ঘূৰি আহিছিল। এই কেইদিন অমৰেন্দ্ৰই অলকাৰ কাৰণে দিনে-ৰাতিয়ে ব্যস্ত হৈ পৰিছিল। অলকাৰ প্ৰতি তেওঁ আগতকৈ আৰু আকৃষ্ট হৈ পৰিছিল।

সেইদিনা অলকাই ৰিক্সাৰে পলাই যোৱাৰ বিষয়ে সকলোৱে তাইক প্ৰশ্ন কৰিছিল। তাই মাথো মাহীয়েকৰ তালৈ যোৱা বুলি থোৰতে উত্তৰ দিছিল। পিছত কথাটো আৰু কোনেও সমালোচনা কৰা নাছিল।

অলকাৰ দুৰ্ঘটনাৰ দিনা সহায় কৰা ডেকা ল'ৰাটোক মিঃ শৰ্ম্মাই মতাই অনাই তাক কৃতজ্ঞ জনাইছিল। তাৰ পৰিচয় সোধাত সি কৈছিল, "তাৰ নাম বসন্ত ডেকা, ঘৰ শোৱালকুছিত, দদায়েকে যোৰহাটত নতুনকৈ খোলা চিল্ক ষ্টোৰখনৰ মালিক। তাৰ মাক-বাপেক কোনো নাই। সি গুৱাহাটীত থাকি এম. এচ. চি পঢ়ে। বন্ধত যোৰহাটলৈ আহিছিল।"

অমৰেন্দ্ৰই নিজৰ চিনাকি দি বসন্তক তেওঁৰ গুৱাহাটীৰ ঘৰত যেনেতেনে দেখা কৰিবলৈ কৈছিল। সকলোৱে সেইদিনা বসন্তৰ লগত চাহ খাইছিল। অলকাই বসন্তক বহুত পৰ চাই আছিল। বসন্ত ওখ-পাখ আৰু বলিষ্ঠ আছিল। অমায়িক চেহেৰাৰ মৰম লগা ধুনীয়া মুখখন। তাৰ জীৱনটো যৌৱনৰ বসন্ত উৎসৱ উপচি পৰিছিল। আনৰ অন্তৰখন তলিলৈকে ভেদ কৰিব পৰা উজ্বল মোহলগা, তাৰ চকুযোৰত এটা ডাঙৰ কামদেৱৰ আকৰ্ষণ সোমাই আছিল।



কামৰূপীয়া গাঁৱলীয়া ল'ৰা এটা ইমান ধুনীয়া আৰু বলিষ্ঠ যে হব পাৰে অলকাৰ আগতে তেনে ধাৰণাই নাছিল।

তাক সকলোৱে প্ৰশংসা কৰিছিল। যাবৰ সময়ত অমৰেন্দ্ৰক গুৱাহাটীত দেখা কৰিম বুলি অমায়িকভাৱে অলকাহঁতক নমস্কাৰ কৰি সি সেইদিনা গুচি গৈছিল। অলকাই সি যোৱাটো নেদেখালৈকে চাই আছিল।

অলকাহঁতৰ ৰাজকীয় বিৰাট বঙলা, কেবাখনো মটৰ গাড়ী, ফুলৰ বাগিছা, বিলাস, আৰম্বৰ, ঐশ্বৰ্য্য বিভূতিৰ কথা ভাবি বসন্তই আগ বাঢ়িছিল।

সেইদিনা গধূলি খুনলুঙে নিৰলে অলকাক গুৱাহাটীৰ ঘটনাবোৰৰ কথা বিৱৰি কৈছিল।

"গুৰুম" শব্দটো শুনি মই তলৰ মহলাৰ পৰা তিনি জাপতে দীঘল ছিড়িটো পাৰ হৈ চাহাবৰ কোঠাত সোমাই যি দেখিলো পোনতে মোৰ বুকু ঢিপ-ঢিপাই উঠিছিল। ধোঁৱাবোৰৰ মাজত মই চাহাবক ভালকৈ পৰীক্ষা কৰি চাই কতো আঘাতৰ চিন দেখা নাছিলো। বাবুৰ্চ্চিয়ে ধৰাধৰিকৈ চাহাবক পালেঙত শুৱাই দি চাহাবৰ চকু-মুখে চেচা পানীৰে ধুৱাই দিয়াত চকু মেলিছিল।

চাহাব প্ৰায় এঘণ্টামানৰ পিছত সুস্থ হৈ উঠিছিল যদিও মুখেৰে কিবাকিবি বকি আছিল।

"এইবোৰ কিবা পতিয়ন যাব নোৱাৰা কথা।"

"ইস্ মেমচাব কি কয়। হয় আকৌ। টুলখনৰ পৰা বাগৰি নপৰাহেঁতেন চব শেষ হৈ গ'লহেঁতেন।"

"কিয়নো তেনে কৰিছিল ?"

"মেমচাব গুচি অহাৰ কাৰণে ?"

"এইবোৰ বলিয়ামি, বুইছ খুনলুঙ।"

"নহয়, সঁচাকৈয়ে।"

"নহয়, মেমচাব ।"

"তথাপি মই আৰু নাযাওঁ ।"

"বাৰু ইয়াত তই সেইবোৰ কথা মাহঁতক কৈছ নেকি ?"

"উৱা, মই কিয় কম ?"

"কাকো একো নকবি ?"

"নকওঁ কিন্তু; যাব লাগিব ।"

"সেইটো পিছৰ কথা ।"

"ছয় দিন পাৰ হৈ গৈছিল ।"

অলকা সম্পূৰ্ণ সুস্থ হৈ উঠিছিল । অমৰেন্দ্ৰ এইকেইদিন নিজৰ ঘৰতে আছিল । অলকাৰ সন্তানটিৰ জীয়াই থকাৰ কাৰণে অমৰেন্দ্ৰৰ পাপা-নানাই সুখী হোৱাত অমৰেন্দ্ৰৰ মনটো কিছু পাতলিছিল আৰু নিজেই কিছু পিতৃ গৌৰৱ যেন অনুভৱ কৰিছিল । অমৰেন্দ্ৰই অলকাক গুৱাহাটীলৈ লৈ যোৱাৰ কথাটো লাহে ধীৰে অলকাৰ মন বুজি কম বুলি চল চাই আছিল । অমৰেন্দ্ৰই কথাটো কবলৈ মনত সাহস গোটাইছিল । এবাৰ কম বুলি ভাবিও আকৌ পিছ হুঁহকি আহিছিল । এইদৰে আৰু কেইবাদিনো পাৰ হৈ গৈছিল ।

অমৰেন্দ্ৰই অলকাক হঠাৎ এদিন কথাটো কওঁতে অলকাই ফোঁচ ফোঁচাই উঠি তৎক্ষণাত কৈছিল, "মোহনৰ লগত খেদাই দিয়া মানুহজনীক তোমাৰ লগত গ'লে তোমাৰ ক'ত মৰ্য্যাদা থাকিব ?"

"অলকা এটা ভুল কৰিছিলো ।"

"ভুলতো আকৌ কিহৰ ।"

"বুজাবুজিৰ ।"

"গুৱাহাটীৰ গৰালত সোমাবলৈ মই আৰু নাযাওঁ ।"

"স্বামী-স্ত্ৰী বুলিলে কেতিয়াবা অকন খকাখুন্দা লাগে । সেইটোকে ধৰি থাকিব নাপায় ?"

"ওহো মই নাযাওঁ ।"



আকৌ দুদিন পাৰ হৈ গৈছিল । অমৰেন্দ্ৰই অলকাক আকৌ কৈছিল, তোমাৰ সকলো স্বত্ব স্বীকাৰ কৰি লম ।"

আগৰ দৰেই প্ৰতিশ্ৰুতিবোৰ যাতেই ভাঙনমুখী নহয় । দুৰ্ব্বল পুৰুষে প্ৰতিশ্ৰুতি দিয়াৰ পিছ মুহূৰ্ত্ততে বেলেগ ৰূপ লয় ।"

"মই সঁচাকৈয়ে কৈছো ।"

"তথাপি মই নাযাও !"

পিছদিনা অমৰেন্দ্ৰই আকৌ অলকাক কৈছিল, "তোমাৰ ইচ্ছামতেই তুমি থাকিবা । মই আৰু একোতে ঈৰ্ষান্বিত নহও ।"

"মই বাৰু ভাবি চাওঁ ।"

এইকেইদিন প্ৰশান্তৰ কোনো খবৰ নাপায় পিছদিনা আবেলি মাহীয়েকৰ ঘৰলৈ যাওঁ বুলি অলকাই প্ৰশান্তক বিচাৰি আহিছিল। প্ৰশান্তক লগ ধৰি সকলো ঘটনা আৰু অমৰেন্দ্ৰৰ কথা বিবৰি কৈছিল ।

প্ৰশান্তই শান্ত চিত্তেৰে কৈছিল, "উধাতু খাই কাম কৰাৰ ফলতেই তোমাৰ দুৰ্ঘটনা হ'ল । অৱশ্যে দুৰ্ঘটনাৰ হাত কোনেও সাৰিব নোৱাৰে । তুমি কিছুদিন ধৈৰ্য্যৰে ৰোৱা উচিত আছিল ।

"মই তোমাৰ দৰে ধৈৰ্য্যশীল হব নোৱাৰো ।"

"তোমাৰ খবৰ মোৰ ছাত্ৰ এজনে হস্পিতেলত নিতৌ লৈছিল। ঘটনাবোৰ দুখ লগা ।"

"এতিয়া কি কৰিম কোৱা ?"

"সন্তানটোৰ ভৱিষ্যতৰ কথাই ডাঙৰ ।"

"তাৰ পিছত ।"

"মই আগতে কোৱাৰ দৰে এটা ভিতৰুৱা খবৰ পাইছো। মই বিশেষ শিক্ষাৰ কাৰণে হয়তো দুবছৰৰ কাৰণে বিলাতলৈও যাব লগা হব পাৰে । সকলো ঠিক-ঠাক হ'লে পিছত যাম বাৰু ।"

"মই তেন্তে কি কৰিম, মোৰ কি হব।"

"বিচলিত নহবাচোন। সকলো ঠিক হৈ যাব। তুমি সৰু ছোৱালী এজনীৰ দৰে চকুপানী টুকিছা কিয়। ছিঃ নাপায় অলকা। মই যোৱাটো ঠিক হ'লে সকলো কৰিহে যাম অলকা।"

"বাৰু এতিয়া কি কৰিম?"

"তুমি এতিয়া গুৱাহাটীলৈকে যোৱাটোহে ভাল হব। তোমাক এৰি মোৰ জীৱন সম্পূর্ণ নহয়, ভাগ্য চক্রত মানুহ ঘূৰে, সেই চক্রটোৱেই আকৌ মানুহৰ জীৱন গতি নির্ণয় কৰি দিয়ে। তোমাৰ মোৰ জীৱন গতিও ইয়ে নির্ণয় কৰি দিব।"

মটৰত উঠি অলকাই তাইৰ ভাগ্য চক্রৰ কথা ভাবিছিল। গাড়ীখনৰ ড্ৰাইভাৰে ষ্টিয়েৰিং হুইলটোৱে মটৰখনৰ দিক নির্ণয় কৰি নিয়াৰ দৰে মানুহেও নিজৰ ভাগ্যচক্র নিজে ঘূৰাই নিজৰ ভাগ্য নির্ণয় কৰিব পাৰেনে বুলি বৈ বৈ ৰ' লাগি চাই ভাবিছিল।

মটৰখন "চৰ্ম্মা-মেনচত" সোমাইছল।

অমৰেন্দ্রই এইবাৰ সকলো স্বর্ত্ত দৃঢ়ভাৱে মানিম বুলি অলকাক বাৰে বাৰে কৈছিল। অলকাইও প্রশান্তৰ কোনো কথাত প্রশ্রয় নাপাই আৰু আগন্তুক সন্তানটিৰ কথা ভাবি ভৱিষ্যতে যি হব হব বুলি ভাবি অমৰেন্দ্রৰ লগত গুৱাহাটীলৈ আহিছিল যদিও অমৰেন্দ্রৰ কোনো কথাতে পতিয়ন নগৈছিল। অমৰেন্দ্রই শেষত অলকাক ঘূৰাই আনিব পৰাত নিজকে সৌভাগ্যবান বুলি ভাবিছিল।

কেবা মাহো পাৰ হৈ গৈছিল।

অলকাৰ পুত্র সন্তান এটি সময়ত জন্ম হৈছিল। যোৰহাটৰ সকলোৱে এই খবৰ পাই আহিছিল।



নৱ শিশুৰ জন্মৰ কাৰণে এটা ডাঙৰ উৎসৱ পাতি অমৰেন্দ্রৰ পাপা-নানাই নগৰৰ বিদ্যান ধনী সকলক এটি ডাঙৰ ডিনাৰ দিছিল।

সকলোৱে অমৰেন্দ্র পুত্র সন্তান লাভ কৰাৰ কাৰণে শুভেচ্ছা জনাইছিল। মাতৃ আৰু সন্তানক আদৰণি জনাই নৱ শিশুটিক সকলোৱে দামী পুৰস্কাৰ দিছিল।

অলকাই শিশুটিৰ কনমান মুখনখত মোহনৰ প্রতিচ্ছবি দেখিছিল। অলকাৰ ভাস্কৰ, প্রশান্তলৈও মনত পৰিছিল।

অমৰেন্দ্রই হাঁহি মাতি আছিল যদিও ভিতৰি তেওঁৰ অন্তৰখন দেই কলা পৰি গৈছিল। অৱশেষত এটি চাকৰৰ সন্তানক তেওঁৰ বংশৰ মর্য্যদাৰ সিংহাসনত বহুৱাব লগা হোৱাত তেওঁৰ অন্তৰ গ্লানিৰে ভৰি গৈছিল আৰু শেষত হিয়াত গোট মাৰি থকা ভাবটো হঠাৎ অলকাক প্রকাশ কৰিছিল। "অলকা তোমাৰ মনোবাঞ্চাই পূর্ণ হ'ল।"

অলকাই অমৰেন্দ্রৰ অন্তৰৰ কথা বুজিছিল। এতিয়াওঁ অমৰেন্দ্রৰ ঈর্ষাৰ অগণি আৰু অন্তৰৰ গ্লানি নুমোৱা নাই বুলি ভাবিছিল।

তাইৰ দৰে গাভৰুৱে স্বামীৰ পৰা পৌৰষত্ব আৰু মাতৃত্বহে কামনা কৰে, -অভিজাত্য, মানমর্য্যদা, বিলাস এইবোৰ দ্বিতীয় কথা। অমৰেন্দ্রই আজি পৰিমিত এই সৰল কথাটোকে সহজে বুজিব পৰা নাই বুলি ভাবি তাই দুখ কৰিছিল। অমৰেন্দ্রৰ ঘুর্ঘোৰ আশংকা হৈছিল। সন্তানটো মোহনৰ দৰে কলামলা, গাঁৱলীয়া চেহেৰাৰ দৰে হব বুলি বৰ ভয় খাইছিল। ছমাহ মানৰ পিছত ল'ৰাটো নোডোকা হৈ আৰু সুন্দৰ চেহেৰা তাৰ ধৰিছিল। পোনতে অমৰেন্দ্রই সন্তানটোক ঘিণ ঘিণ আৰু ঈর্ষাৰ ভাবেৰে চাইছিল।

ল'ৰাটোৱে কলকলাব আৰু হাঁহিব পৰা হৈছিল। এইবোৰ দেখি অমৰেন্দ্রৰ অকন মোহ ভাব এটা হৈছিল। তাতে

অমৰেন্দ্ৰ ক'টলৈ যোৱাৰ সময়ত খুনলুঙে দুৱাৰৰ ওচৰত বৈ অমৰেন্দ্ৰৰ 'মুখখন লৈ ল'ৰাটো মুখখন আগবঢ়াই দি টু টু, বা বা, পা পা" বুলি খুনলুঙে কোৱাৰ লগে লগে ল'ৰাটোৱে অমৰেন্দ্ৰৰ মুখলৈ চাই চাই হাঁহি দিছিল । অমৰেন্দ্ৰইও ল'ৰাটোৰ প্ৰতি কিছু মোহ বাঢ়িছিল । অলকাই কেতিয়াবা তাৰ লগত খুব উমলিছিল আৰু কেতিয়াবা তাৰ প্ৰতি উদাসীন হৈ পৰিছিল । অমৰেন্দ্ৰই এই বিষয়ে অলকাক কেতিয়াবা ক'লে অলকাই থোৰতে মাথো কৈছিল, "সি তোমাৰেহে উত্তৰাধিকাৰী । ধাই মাকে চাব, তুমি ডাঙৰ কৰিবা ।"

"নহয় অলকা, শিশুবোৰ পাৰিজাত ।" এনেয়ে কৈছিল ।

"নহয়, তোমাৰ মানত ধুমকেতু ।"

"দুৰ্গন্ধ অতীতটো খুচৰি তাৰ গেলাগোন্ধ আৰু দুলিয়াই ভাল অলকা ।"

"ধেমালিহে কৰিছো ।

অমৰেন্দ্ৰই কেতিয়াবা ল'ৰাটো কোলাত লৈছিল । ল'ৰাটোৱেও অমৰেন্দ্ৰৰ নানা ৰঙৰ টাইদালৰ হাতেৰে খামুচি ধৰিছিল । অমৰেন্দ্ৰই তাক গালত চুমা খাইছিল । খুনলুঙে সৰু ল'ৰাৰ গালত চুমা খাব নাপায় বুলি ল'ৰাটো নিজৰ কোলালৈ আনিছিল । তাক চাই চাই অলকাই ভাবিছিল, "অমৰেন্দ্ৰই লৰাটোলৈয়ে সুখী হৈ থাকিল আৰু তাই কি লৈ সুখী হব ?"

প্ৰায় এবছৰ এনেকৈয়ে পাৰ হৈ গৈছিল ।

অলকা আগতকৈও সুন্দৰ হৈ পৰিছিল । তাই মন্মথৰ জীৱন স্বৰূপ হৈ পৰিছিল । শৰীৰত এটা নতুন ৰঙে ৰং বোলাই দিছিল ।

মাজে মাজে কামনা আৰু উত্তেজনাই তাইক জোকাইছিল । ফুলি উঠা কাম অভিজ্ঞ দেহাটো আ.কৌ নাচি উঠিছি ।



তাই ভাবিছিল, "জীৱনত মাতৃত্ব আৰু কামনা ? কোন ডাঙৰ ? তাইৰ জীৱনত কোন ডাঙৰ হব ?"

কামনা নে মাতৃত্ব । মোৰ ভিতৰত থকা শক্তিশালী কামনাটোক কোনে মাৰি পেলাব পাৰিব ?

মোহনো নাই ।

ভাস্কৰো নাই !

প্ৰশান্তবো আৰু কোনো খবৰ নাই ।

তেন্তে কোন ?

তাই সাউৎকৰে খুনলুঙৰ কোলাৰ পৰা ল'ৰাটো লৈ নিজৰ বুকুৰ মাজত জোৰেৰে সাৱতি ধৰি তাৰ মুখ আৰু গালত নিজৰ মুখগাল লগাই কোমলকৈ মাতিছিল ।

"মোৰ জিনতু । জিনতুটো, মোৰ জয়ন্তটো ।"

জিনতুক দুয়ো হাতেৰে ওপৰলৈ দাঙি নচুৱাই নচুৱাই, খেলাই খেলাই তাক আকৌ সাৱতি ধৰি উলাহতে এপাক ঘূৰিছিল । তাক বুকুৰ ওপৰত বহুৱাই তাই চিতভোলোঙকৈ শুই শুই জিনতুক দোলদি, নচুৱাই কামনাৰ দন্ততো পাহৰি যাবলৈ চেষ্টা কৰিছিল ।

খুনলুঙৰ কোঠাত সৰু প্ৰাম এখনত জিনতুক শুৱাই থয় । অলকাই নিজৰ পালেঙত শুই শুই নিঃসঙ্গ অনুভৱ কৰে আৰু ভাৱে "কামনাটো কি ই কত থাকে ? ই মাথো এটা শক্তিশালী শক্তি নে মাথো এটা অলস চিন্তা ? ইয়াৰ অৰ্থই বা কি ? কেতিয়াবা ইয়াৰ অস্তিত্বই অনুভৱ কৰিব নোৱাৰি, অথচ ই যেতিয়া জাগি উঠে কিমান প্ৰচণ্ড গতিৰে আক্ৰমণ কৰে ! ই উন্মাদ, অন্ধ, অস্থিৰ চঞ্চল কৰি দিয়ে ! জীৱনৰ লালসা মূৰ্ত্তি মন্ত হৈ উঠে । মানুহক দুৰ্দ্দান্ত কৰে ।

ভগৱান ! এই দুৰ্দ্দান্ত দৈত্য শক্তিটোৰ পৰা মোক ৰক্ষা কৰা, মোক পৰিত্ৰাণ কৰা প্ৰভু ।

তাইৰ দীঘল হুমুনিয়াহ এটা ওলাই আহে। তাইৰ গাটো পিৰপিৰাই উঠে আৰু কোনোবাই পিতিকি-মোহাৰি দিলে খুব সুখ লাগিব বুলি বুলি ভাবে। তাই তৎক্ষণাত উঠি প্ৰামখনৰ পৰা লাল-কালদি শুই থকা জিনতুক লৈ আহি নিজৰ বুকত সাৱতি লৈ শোৱেহি। তাইৰ স্তন এটা জিনতুৱে চোপে আৰু সোঁহাতখন বাওঁ স্তনটোত দি খামুচি ধৰে। জাগৰণ আৰু তন্দ্ৰাত অলকা বিভোৰ হৈ পৰিছিল। তাইৰ টোপনি আহিছিল।

তাই ধোঁৱা কিছুমান দেখিছিল। এই ধোঁৱাবোৰ সাগৰ এখনলৈ ৰূপ লৈছিল। সাগৰৰ ঢৌবোৰ পৰ্ব্বতৰ দৰে হৈছিল। চামে চামে ঢৌ লানি নিচিগাকৈ আহি আছিল। আকাশ আৰু সাগৰ সঙ্গমত পোহৰ আৰু আন্ধাৰৰ চতুৰঙ্গ ধেমালি আৰম্ভ হৈছিল। এই আন্ধাৰবোৰ চুলিৰ দৰে কলা আছিল আৰু পোহৰবোৰ গোটখাই জোনটোৰ দৰে উজ্বল হৈ উঠিছিল।

এজনী অপৰূপা গাভৰু সাগৰৰ ঢৌবোৰৰ লগে লগে সাঁতুৰি আহি পাৰত ঠিয় হ'ল। তাইৰ অঙ্গে অঙ্গে যৌৱন তৰঙ্গৰ হিন্দোল উঠিল। সাগৰৰ উৰ্মিমালাৰ দৰে তাইৰ শৰীৰত যৌৱনৰ হিল্লোল বৈ গৈছিল। সাগৰৰ ঢৌৰ তালে তালে তাই অপূৰ্ব্ব লাস্যবে নাচিছিল আৰু মাজে মাজে যেন কাৰোবাক চাইছিল।

পাৰৰ পৰ্ব্বতৰ টিঙ এটাৰ পৰা এটা ডেকাই তাইক নিৰৱে নিমগ্ন হৈ চাই আছিল। সিও সুঠাম সবল ৰূপবান এটা উলঙ্গ ডেকা আছিল। শিৱই নৃত্যৰতী পাৰ্ব্বতীক চোৱাৰ দৰে সি তাইক চাই আছিল।

অনন্তকাল এটা ডেকাই এজনী গাভৰুক চোৱাৰ দৰে বিভোৰ হৈ সি তাইক মাথো চাইছিল।

দুটা সুশ্ৰী যৌৱন এটা ডেকা আৰু কামোন্মত্ত নৃত্য কৰা ভুবন বিজয়িনী এজনী গাভৰু। এই কামনাৰ চাৰনি প্ৰথম সৃষ্টি হৈছিল।



ডেকাটোৱে পৰ্ব্বতৰ টিঙৰ পৰা নামি আহি সাগৰৰ পাৰত নৃত্যৰতী উৰ্বশীৰ দৰে গাভৰু জনীক ধৰিবলৈ খেদি গৈছিল। তাই তালৈ অকন বেকাকৈ চাই সি তাইক নৌ ধৰিবলৈ পাওঁতেই হৰিণীৰ দৰে চঞ্চল চপল চকিত হৈ লৰ দিছিল। তাইৰ নিতম্ব, কুচ, কুন্ত বুকু, উৰু, জঙ্ঘন ঘনে ঘনে দৌৰি যাওঁতে কঁপিছিল। ডেকাটোৱে একো নামনি তাইৰ পিছে পিছে খেদা দিছিল। সাগৰৰ পাৰৰ বালিত দুয়ো মাথো দৌৰিছিল।

এচাম ঢৌৱে আন চাম ঢৌক খেদাৰ দৰে ডেকাটোৱে গাভৰু জনীক খেদি নিছিল। তাইয়ো ডেকাটোক ধৰা দিওঁ দিওঁ কৰিও নিদিছিল।

ইচ্ছা কৰিয়ে এবাৰ তাই উজুটি খাই বালিত হামকুৰি খাই পৰি গৈছিল। ডেকাটোৱে চম্ভালিব নোৱাৰি তাইৰ নিচেই কাষতে উবুৰি খাই পৰিছিল। দুয়ো খুব ওচৰাওচৰিকৈ বালিত লেপেত খাই ইজনে সিজনক চাই চাই বহুত পৰ পৰি আছিল। দুয়ো অচিনাকি হৈও বৰ চিনাকি চিনাকি ভাব এটা -আনিবলৈ যত্ন কৰিছিল। দুয়ো আচৰিত হৈছিল। সিহঁতৰ ওঠত অচিনাকি হাঁহি বিৰিঙি উঠিছিল।

সিহঁতৰ অন্তৰৰ অভিলাস যেন চকুৰ ভাষাৰেই বুজা বুজি হৈছিল। গাভৰু জনীয়ে ডেকাটোৰ সবল অঙ্গ প্ৰত্যঙ্গবোৰ আচৰিত হৈ চাইছিল। ডেকাটোৱেও গাভৰুজনীৰ নিতোল পৰিপূৰ্ণ অঙ্গ-প্ৰত্যঙ্গবোৰ চাই আচৰিত হৈছিল।

ইটোৱে সিটোৰ অঙ্গপ্ৰত্যঙ্গ পৰীক্ষা কৰি চাইছিল। সিহঁত দুয়ো এটা ভীষণ উন্মাদনা অনুভৱ কৰিছিল আৰু সিহঁতৰ শৰীৰ গৰম গৰম অনুভৱ লাগিছিল। সিহঁতৰ নাকৰ পাহি ফুলিছিল, ওঠ লৰিছিল, অঙ্গবোৰ উৎফুল্লহৈ ফুলি উঠিছিল, চকু সৰু সৰু হৈ নিচাত বিভোৰ হোৱাৰ দৰে দুয়োৰো হৈছিল যদিও সিহঁত বহুত পৰ নিৰুপায়ে হৈ আছিল। সিহঁত নিৰুপায় হৈ ভীষণ

উন্মত হৈ উঠিছিল। সিহঁতৰ শৰীৰ কম্পনত সৃষ্টিৰ প্ৰথম পোহৰ যেন ফুটি উঠিব খুজিছিল। সিহঁতে ইটো-সিটোৰ অঙ্গবোৰ আকৌ পৰীক্ষা কৰিছিল।

কামনাৰ মদমত্ত শিহৰণ উপশম কৰাৰ উপায় দুয়ো গহীনে ভাবিছিল। দুয়ো আকৌ পৰস্পৰে চোৱাচুই কৰিছিল। সিহঁতৰ ভাষা নাছিল। অঙ্গী-ভঙ্গীৰেই ইটো-সিটোৰ মন বুজাবুজি হবলৈ চেষ্টা কৰিছিল।

কামনাত সিহঁত জ্বলি দহি গৈছিল। গাভৰুজনীয়ে ভাগৰত এবাৰ সাগৰৰ বালিত ওপৰলৈ মূৰ কৰি শুই পৰিছিল আৰু তাইৰ কামনাত ফুলি উঠা দেহাটোৱে সাগৰৰ ঢৌৰ দৰে উঠানমা কৰিছিল। ডেকাটোৱে তাইৰ নিতোল বুকুত হাত দিছিল। তাইৰ গোলাপ ৰঙা মুখখন বিভোৰ হৈ চাইছিল। সি থমক খাই তলকামাৰি বৈ আছিল। গাভৰু জনীয়ে উচপিচাই উঠিছিল। ঠাৰেখিয়াৰে ভঙ্গীৰে তাক তাই বুজাবলৈ যত্ন কৰিছিল।

গাভৰু জনীয়ে স্বাভাৱিক বোধেৰে সৃষ্টিৰে প্ৰথম পোহৰ বুজাবলৈ ডেকাটোক চেষ্টা কৰিছিল।

সি অবাক হৈছিল।

তাইৰ অকন খং উঠি গৈছিল। তাই ডেকাটোক লতা তুল্য কোমল বাহুৰ বলনিৰে তাক তাইৰ ওপৰলৈ টানি নিছিল। এই সৃষ্টিৰ প্ৰথম সঙ্গম সৃষ্টি হৈছিল। দুয়ো পৃথিবীৰ আদিম মানুহ আছিল।

এটা মদোমত্ত মাতঙ্গ আৰু এজনী কামনা উন্মাদ মাতঙ্গীৰ দৰে দুয়ো সাগৰৰ লহৰে, যুগ যুগান্তৰ সৃষ্টিৰ অদ্ভুত খেল-খেলি আছিছিল। সৃষ্টিৰ প্ৰথম পুৱাৰ পোহৰত সিহঁত দুয়ো নাচি উঠিছিল।

সিহঁতৰ অন্তৰত বুজাবুজিৰ কিছুমান শব্দ সৃষ্টি কৰি লৈছিল। সেয়ে মানুহৰ আদিম ভাষা আছিল। ডেকাটোৱেই প্ৰথম সুধিছিল, "তুমি কোন···?"



"মই অনন্ত যৌৱন প্ৰকৃতি। আৰু তুমি?"
"মই অনন্ত যৌৱন পুৰুষ।"
"আমাৰ কাম?"
"অবিৰল জীৱন সৃষ্টি।"

সিহঁত দুয়ো নানা জন্তুৰ ৰূপ লৈছিল আৰু সৃষ্টিৰ উন্মাদনাত দুয়ো উন্মত্ত হৈ পৰিছিল।

অলকাই দেখিছিল, অলকাইয়ে এই চিৰ যৌৱনা অনন্ত প্ৰকৃতি আৰু এই সবল ধুনীয়া পুৰুষ ডেকাটো কোন?

"এ ই কি, কিমান অদ্ভুত······??"

জয়ন্ত। অলকাৰ পুত্ৰ, ইও কি সম্ভৱ? মাতৃ আৰু পুত্ৰ? সম্ভোগ আৰু সঙ্গম? মাতৃ আৰু পুত্ৰই সৃষ্টিৰ সঙ্গমত ৰত হৈছে? সঙ্গমত অলকাই কামাতুৰ জয়ন্তক অদ্ভুতভাৱে সুধিছিল, "মই তোৰ মাতৃ আৰু তই মোৰ পুত্ৰ জয়ন্ত??"

ডেকা জয়ন্তই হাঁহি মুখে কৈছিল, "তোমাৰ মতিভ্ৰম হৈছে।" মই পুৰুষ, তুমি প্ৰকৃতি, চিৰ যৌৱন সৃষ্টিৰ অনন্ত চক্ৰত, ৰমণী জননী হয়? জননী ৰমণী। পিতা হয় পুত্ৰ, পুত্ৰ হয় পিতা, আমি দুয়ো মাথো যৌৱন কামনা সৃষ্টিৰ উন্মাদনা, আমি দুয়ো সৃষ্টিৰ পৰিপূৰক!! সদায় এক।"

এবাৰ হঠাৎ অলকা হামকুৰি খাই সাগৰৰ বালিত পৰি গৈছিল আৰু জয়ন্তই তাইৰ গাৰ ওপৰতে পৰি এটা স্তন চুপি খাইছিল আনটো হাতেৰে খামুচি ধৰিছিল। অলকাই জোৰে চিঞঁৰি উঠিছিল।

"এ চিনতু!!!"

অলকাই চক খাই সাৰ পাই উঠিছিল আৰু টোপনিতে ভয় খাই চিঞঁৰিছিল। তাই জিনতুক চাইছিল। জিনতুৱে তাইৰ বাওঁ স্তনটোত হাত দি সোঁ স্তনটো তেতিয়া মুখত লৈ টোপনিৰ জালতে মাজে মাজে চপক চপকৈ চুহি আছিল। জিনতুৰ নতুনকৈ গজা আগ দাঁতটোৰে এবাৰ হঠাৎ তাইৰ বুকুত দাঁত বহুৱাই কামুৰি দিছিল। অলকাই ভাবিছিল, "ছিঃ কি বীভৎস সপোন ?"

তাই লবালবিকৈ জিনতুক খুনলুঙৰ কোঠাত শুৱাই থৈ আহিছিল আৰু তাই বাথৰুমলৈ গৈ হাত মুখ ধুইছিল।

ৰাতিপুৱা শুই উঠিও এই সপোনটোকে তাই দোহাৰি আছিল। তাই ৰাতিৰ এই সপোনটোক জোৰেৰে পাহৰি যাবলৈ অশেষ চেষ্টা কৰিও বিফল মনোৰথ হৈছিল।

"অদ্ভুত। বীভৎস। সোঁৱৰিলেই গাৰ লোম ডাল ডাল হয়। মনটো শিয়ৰি উঠে। মই সঁচাকৈয়ে বলিয়া হলো নেকি ? এনে সপোনো মানুহে দেখে নে দেখিবও পাৰে। অভাৰত মানুহৰ মনবোৰ বিকাৰগ্ৰস্ত হয়। সচৰাচৰতে নঘটা ঘটনাবোৰ সপোনত অদ্ভুতভাৱে দেখিবও পাৰে। নাই আজি মনটো বৰ অশুচি অশুচি লাগিছে। কিবাথন লাগিছে। জিনতুক লৈ আৰু কেতিয়াও একেলগে নুশোও। মাকৰ অসদ্ চিন্তাবোৰে সন্তানৰ অমঙ্গলেহে সাধিব। এখন কিতাপ পঢ়িলেই ভাল লাগিব। কি পঢ়িম বাৰু?" সপোন তত্ত্বখনকে পঢ়ো নেকি ? পঢ়িয়েই চাওচোন বাৰু ? সপোনৰ গূঢ় ৰহস্যবোৰ জনা উচিত।" কিতাপখন আলমাৰিৰ চেলফৰ পৰা উলিয়াই অলকাই খুব মনোযোগে কিতাপখন পঢ়িছিল। কিতাপখনৰ এঠাইত তাই পাইছিলো।

"অজ্ঞাতে হেচি চেপি ৰখা অপূৰণ বাসনাবোৰে সপোনত সজীৱ ৰূপ লয় আৰু ইয়াতে পৰিপূৰ্ণ সম্ভোগৰ তৃপ্তি সাধন কৰে।"



কিতাপখনৰ পঢ়াখিনি তৰ্জ্জনী আঙুলিটো দি বন্ধ কৰি অলকাই ভাবিছিল, "মোৰনো কি অপূৰণ বাসনাবোৰ আছে ? হয়তো ঢেৰ আছে, হয়তো একোৱেই নাই ? মানুহ জানো কেতিয়াবা সম্ভোগত তৃপ্ত হৈছে ? মই জানো নিজেই এই জীৱনটো লৈ তৃপ্ত হৈছে ? জীৱনত আচল বাসনাটোৱেই অপূৰণ হৈ ৰ'ল। নহ'লে মাজে মাজে এই বাসনাটোৱে জাঙুৰখাই উঠি মোক বিতত কৰি তোলে কিয় ? মোৰ কামনাটো তুঁহ জুই একুৰাৰ দৰে নিতৌ জ্বলি আছে নিশ্চয়। সুবিধা পালেই ভমককৈ জ্বলি উঠে। সপোনত এই সুবিধাই লয়। ইয়াক সমূলঞ্চে নুমোৱা যায় কেনেকৈ ? কামনাৰ আগ্নেয়গিৰিটো দপ্ দপ্কৈ জ্বলি উঠে কিয় ? বীভৎস সপোনটোক একেবাৰে পাহৰি যাও কেনেকৈ ? মাতৃ হোৱাৰ লগে লগে সকলো ওৰ পৰে বুলি কয়। মোৰ সকলো কামনা ওৰ পৰিল জানো ? নে ভিতৰি ভিতৰি ই প্ৰচণ্ড হৈয়ে উঠিছে। কামজ শক্তিতো মাতৃ-স্নেহলৈ ৰূপান্তৰিত কৰা যায় কেনেকৈ ? জিনতুক লৈয়ে ইমান দিনে দেখোন বেছ শান্তিৰেই আছো ? কাৰো লগত কোনো সম্বন্ধই নাই ? তেন্তে ইমান বীভৎস সপোনটো দেখিলো কিয় ?

জিনতুক লৈ সকলো পাহৰি থকাই ভাল। আগত যি হব লগা আছিল হল ?" অলকাই বহাৰ পৰা উঠি কিতাপখন থৈ খুনলুঙৰ কোলাৰ পৰা জিনতুক লৈ দোলে দোলে মোৰ ময়না দোলে, মোৰ জয়ন্ত দোলে' বুলি তাৰ লগত দোলনা খেলিছিল। জিনতুৱে খিলখিলকৈ হাঁহি অলকাক গালত তাৰ লৱনু হাত দুখনেৰে কোমল কোমলকৈ চপৰিয়াই দিছিল। জিনতুৰ লগত তাই আত্মহাৰা হৈ খেলিবলৈ চেষ্টা কৰিছিল। তাক লৈ তাই যেন কিছু তৃপ্তি পাইছিল। হঠাৎ তাইৰ কিবা এটা মনত পৰি জিনতুক খুনলুঙক দি আকৌ অন্যমনস্ক হৈ পৰিছিল।

আগৰ কথাবোৰ পাহৰি থাকিবলৈ তাই অমৰেন্দ্ৰক লৈ চিনেমা চাইছিল, কিতাপ পঢ়িছিল। বন্ধু-বান্ধৱীৰ ঘৰলৈ সঘনে গৈছিল, কিবা এটাৰ পৰা হাত সাৰি থাকিবলৈ যেন অহৰহ খুব যত্ন কৰিছিল। আকৌ এই পাহৰি থাকিবলৈ কৰা ভাবটোৱে মাজে মাজে দুৰ্জ্জয়ৰূপে তাইক দেখা দি খুব বিতত কৰি তুলিছিল।

জিনতুক মাজে মাজে জোৰেৰে সাৱটি ধৰিছিল। আৰু কেতিয়াবা দিনটোত এবাৰো কোলাত নলৈছিল। তাই শোৱা কোঠাৰ পৰা ভেনাচ, কামদেৱ ৰতিৰ নঙঠা মূৰ্ত্তি কেইটা আঁতৰাই থৈছিল। চিনেমা চোৱাটো তাই বন্ধ কৰিছিল। "কিউপিড আৰু চাইকি", নানা লালসাৰ বস্তিৰ ঘিউ ঢলা কিতাপবোৰ আঁতৰাই থৈছিল।

পালেঙত শুবলৈ এৰি দি সাধাৰণ বিছনা এখনত তাই শুইছিল। প্ৰসাধন কৰিবলৈ তাই এৰি দিছিল, ডেপিল ঘঁহি কাষলতি আৰু আন নোমবোৰ নিমজ কৰি তাতে পাউদাৰ ঘঁহিবলৈয় এৰি দিছিল।

অলঙ্কাৰবোৰ খুলি পেলাইছিল। খদ্দৰৰ ডাঠ কাপোৰ তাই পিন্ধিবলৈ লৈছিল। মাংস, কণী খাবলৈও এৰি দিছিল। অমৰেন্দ্ৰই আচৰিত হৈ অলকাক সুধিছিল, 'অলকা, এইবোৰ কি কৰিছা, কি পিন্ধিছা? পিন্ধিবলৈ কিহে পাইছে?

"এইবোৰ নিপিন্ধিনো কি কৰিম?"

"ইমান উদাসীন হৈ পৰিছা কিয়?"

"মোৰ এই সাজেই ভাল?',

"অৱশ্যে এই সাজে তোমাক আৰু মনোৰম দেখি?"

"ঐ পিতলৰ গোসাঁই। ধুনীয়া ৰূপটো গুচাবলৈকে মই ইমান চেষ্টা কৰিছো অথচ তুমি মোক মনোৰমেহে দেখিছা? কত মৰো গৈ?"

"তোমাৰ এই উদাসীন ৰূপটোৰ কাৰণে ময়ে দায়ী?"

"ময়হে, দায়ী।"



"তুমি ইচ্ছাৰে জীৱন যাপন কৰা মোৰ কোনো আপত্তিয়েই নাই। জয়ন্তক লৈ সুখী হোৱা। মই সুখী হৈছো।"

"মোৰ ইচ্ছাৰ জীৱন যাতে ঘূৰি নাহক। মই যে এতিয়া মাতৃ।"

"মানুহৰ মনটো অদ্ভুত অলকা? মানুহে অবিচলভাৱে এটা মূৰ্ত্তি অন্তৰত স্থাপন কৰে তাৰ কাৰণে কত দুৰ্যোগ ভোগে আৰু শাস্তিও গ্ৰহণ কৰে। অথচ দুদিন মানৰ পিছত সেই মূৰ্ত্তিটোকে নৰ্দ্দমালৈ দলিয়াই দিয়ে। নানা মূৰ্ত্তি সাজে, অন্তৰত থাপে আকৌ দলিয়াই দিয়ে?"

"মানুহৰ জীৱনটো এটা পৰীক্ষা। এক নম্বৰ পাবলৈ বৰ টান! ময়ো নাপালো?

এনেতে দাৰোৱানটোৱে অমৰেন্দ্ৰক এখন ভিজিটিং কাৰ্ড দিছিলহি। অমৰেন্দ্ৰ ওলাই গৈ অলপ পৰৰ পিছতে বসন্তক লৈ ভিতৰলৈ সোমাই আহিছিল আৰু মক্কেল এজন ৰৈ থকা বুলি তেতিয়াই বাহিৰলৈ ওলাই গৈছিল। বসন্তই অলকাক বিনয় নমস্কাৰ জনাইছিল। অলকাই বসন্তক বহিবলৈ কৈছিল। বসন্তক দেখিয়েই অলকাৰ মনত উগুল থুগুল লাগিছিল। বসন্তই চাৰিওফালে ভিতৰখন এবাৰ ভালকৈ চকু ফুৰাই চাই লাজত অলকাক তল মূৰকৈ চাইছিল।

অলকাই কৈছিল, "আমাক একেবাৰে পাহৰিয়ে গলা।"

"আপোনাৰ ইয়ালৈকে অগতে আৰু দুবাৰো আহিছিলো। মোক লগ নোপোৱাকৈয়ে গুছি গলা।"

"চাৰৰ মুখেই আপোনালোকৰ বাতৰি পাইছিলো। আপোনাৰ ল'ৰাটি চাগৈ?

"হয় হয়, এই খুনলুঙ?"

খুনলুঙে জিনতুক লৈ সোমাই আহিছিল। অলকাই খুনলুঙৰ কোলাৰ পৰা জিনতুক লৈ হাত আগবঢ়াই দিয়া বসন্তৰ কোলাত দিছিল।

"ইমান ধুনীয়া হৈছে, নাম।"

"জিনতু, জয়ন্ত।

"জিনতো, জিনতু, সোণটি।" বুলি কোৱাত বসন্তৰ মুখলৈ জিনতুয়ে ফেলফেলকৈ চাইছিল আৰু বসন্তই জিনতুক আলফুলকৈ মৰম কৰিছিল।

"তুমিয়েই তাৰ প্ৰাণদাতা" বুলি অলকাই কৈছিল।

"ইমানকৈ নকবচোন, মইনো কি কৰিলো ?

"সেইদিনা হয়তো— ময়ো মৰিলোহেঁতেন। তুমি এবাৰো খবৰ লব নাপায় নে ? ইয়াৰ পাপাকেও তোমাৰ কথা প্ৰায়ে কয় ?"

"বাহিৰে বাহিৰে দুদিন খবৰ লৈছিলো, সিফালে পৰীক্ষাত ব্যস্ত হব লগা হৈছিল।"

"পৰীক্ষা থাকিলেই আৰু আন কাম কৰিব নাপায় নেকি ?"

"নহয় মানে, অলপ নিজৰো দিগদাৰ হৈছিল।"

"কোৱাচোন কি।"

"অলপ থকামিলাৰ অসুবিধা, মই মেচতহে থাকো।"

"এবাৰ আমাক লগ পালে তোমাৰ কি হানি হলহেঁতেন।"

"সিপিনে ফাইনেল।"

এনেতে জিনতুৱে বসন্তৰ কোলাত চিচি কৰি দিছিল। বসন্তৰ কোলাৰ পৰা জিনতুক অলকাই নিজৰ কোলালৈ আনি "অ তুমি বৰ দুষ্ট হৈছা" বুলি খুনলুঙক মাতিছিল। খুনলুঙ লৰি আহি জিনতুক লৈ গৈছিল।

অলকা সেই কোঠাটোৰ পৰা ওলাই বাৰান্দাইদি ৰান্ধনি ঘৰৰ ফালে গৈছিল। পিছফালৰ পৰাই বসন্তই অলকাক অলপ ভালকৈ চাবলৈ যত্ন কৰিছিল। সি অলপ পৰ তৱধ লাগি চাই এনে ধুনীয়া ৰূপ কতো দেখা নাই বুলি ভাবিছিল। অলকাৰ দোলনা দিয়া কোমল তপিনাহালৰ দৰে তাৰো ডেকা কোমল মনটো



এনেয়ে হঠাৎ সি অকনো নভবাকৈয়ে দুলি উঠিছিল। ঘটনাৰ দিনা সি অলকাক ৰিক্সাখনত ডাংকোলা কৰি উঠাই দিয়াৰ দৃশ্যতো চকুৰ আগত ভাঁহি উঠিছিল। অলকাৰ শৰীৰ সুকোমল স্পৰ্শনটো সি এতিয়াও পাহৰা নাছিল। তাৰ মনটোয়ে হঠাৎ বিচিত্ৰ ৰূপ এটা লোৱা দেখি সি নিজেই আচৰিত হৈছিল। মনটো সংযত হবলৈ সি দাবি দিছিল। ইমান ডাঙৰ ধনী পৰিয়াল এটাৰ বিষয়ে অন্য চিন্তা কৰাটো অসন্তৱ মূৰ্খামি বুলি ভাবিছিল। তাৰ ডেকা চঞ্চল মনটোৱে এনেয়ে এইবোৰ খুচৰিছিল বুলি ভাবিছিল। অলপ পৰৰ মূৰত বসন্তৰ কাৰণে অলকাই নিজে বসন্তৰ চাহ আৰু নানা তৰহৰ খোৱা বসন্তৰ আগত থৈ "এইটো খোৱা সেইটো খোৱা" বুলি বাৰে বাৰে তাক অনুৰোধ কৰিছিল। সি তৃপ্তিৰে খাইছিল আৰু কিছুমান বস্তু সি কৰবাত আগতে খাইছিল বুলি তাৰ মনত নপৰিছিল। অলকাই বসন্তক কৈছিল, "তুমি নহাৰ কাৰণে মোৰ বৰ খং।"

"আপোনালোক তেনে অন্য ধনীৰ দৰে নহয়।"

"মানে ?"

"ধনীয়ে দুখীয়াক অৱহেলাই কৰে।"

"মই নিজে কাকো অৱহেলা নকৰো।"

"এটা সাধাৰণ কাম আজিলৈকে আপোনালোকে পাহৰা নাই আচৰিত !

"অকৃতজ্ঞ মানুহ সাপৰ দৰে ভয়ঙ্কৰ। মই সিমান ভয়ঙ্কৰ হব নোৱাৰো।"

"লাজ নিদিবচোন ?

"অ আই কিহৰ লাজটে, সঁচা কথা এটা সৰল ভাবেই কৈছো। সেইয়া এৰিসা কিয়। খোৱাচোন। ডেকা মানুহটোৱে এই খিনিকে খাব নোৱাৰা নে !"

"পেট ভৰি গল গৈ।"

"সেই অমৃত ভোগটো খোৱাচোন ?"

"অমৃত ভোগ ?" ভোগটো হাতত লৈ বসন্তই অলকাৰ চকুলৈ এনেয়ে চাই আছিল। চাই কিছুপৰ বৈ আছিল। সি চাৱনিটো আৰু ঘূৰাই আনিব নোৱাৰিছিল। চকুৰ চাৱনিৰে অলকাৰ গভীৰ মনটোৰ অন্ধকাৰ তলিত কি আছিল আন্ধাৰ ৰাতি টৰ্চ্চ জ্বলাই চোৱাৰ দৰে যেন চাইছিল। অলকাইও গভীৰভাৱে চাৱনিৰ প্ৰতুত্যৰ দিছিল। অলকাৰ দৃষ্টি প্ৰখৰ, উজ্বল আৰু শেষত ঢ়ুলঢ়ুলিয়া পৰি গৈছিল।

অলকাৰ মনত সপোনটোৰ কথা সাউৎকৰে মনত পৰিছিল। সাগৰৰ পাৰৰ ডেকাটো আৰু সেই গাভৰুজনীয়ে পৰস্পৰে পৰস্পৰক নিৰ্নিমেষে চোৱাৰ দৃশ্যটো। অলকাৰ শিহৰণৰ ঢৌ এটা শৰীৰত এনেয়ে খেলি গৈছিল। চকুৰ দৃষ্টি শক্তিৰে ইমান প্ৰচণ্ড আলোড়ন আনে বুলি জীৱনত বসন্তই এই প্ৰথম বুজিছিল।

বসন্ত চঞ্চল হৈ পৰিছিল। জোৰেৰে দৃষ্টিটো ঘূৰাই আনি অমৃত ভোগটো কামুৰি সোৱাদ লৈ লৈ কৈছিল, "অমৃত ভোগ, অমৃতেই।"

"খোৱা।"

"বসন্তই বৰ তৃপ্তিৰে খোৱা দেখি অলকাইও নিজেও তৃপ্তি পাই আকৌ সুধিছিল, "আৰু এটা।"

"আন এদিন।"

"আন এদিন বুলি কৈছাহে, আহিবলৈকে পাহৰিবাই।"

"উঁহো।"

"কেতিয়াওঁ ?"

বসন্তই ধনীবোৰৰ লগত সমীহ আৰু ভয় ভয় কৰি চলিছিল। তাতে কামৰূপীয়া সাধাৰণ মানুহৰ কাৰণে উজানৰ মানুহবোৰ অলপ যেন স্বতন্ত্ৰীয়া এনে ভাব সৰুৰ পৰাই আছিল। অলকাইঁতক লগ পাই তাৰ সেইভাব বৰ্ত্তমানে নাইকীয়া হৈছিল।

বসন্তই চাহ খাই ৰুমালেৰে মুখ মুচিছিল। এনেতে অমৰেন্দ্ৰ সোমাই আহি বসন্তক সুধিছিল, "তোমাৰ পৰীক্ষা কেনে হৈছে ?"



"ভালেই।"

"পাছ কৰি কি কৰিবা ?"

"কোনোবা প্ৰাইভেট কলেজত লেক্‌চাৰাৰ ?"

"ইয়ালৈ মাজে মাজে আহিবা। পাৰিলে তোমাৰ কাৰণে অন্য এটাৰ বিষয়ে আমিও চিন্তা কৰিম।

"মই চিৰ জীৱন কৃতজ্ঞ হৈ থাকিম।"

"নহয়, নহয়, আমিহে তোমাৰ প্ৰতি সদায় কৃতজ্ঞ। আমাৰ জিনতুক দেখিছানে নাই।"

"হয় দেখিছো, ইমান ধুনীয়াটো হৈ পৰিছে।"

"তোমাৰ কাৰণেই যি তেনে হৈছে।"

"এটা সাধাৰণ কৰ্ত্তব্য কৰিছিলো তাতে ইমান ?"

"নিশ্চয়।"

"ভাল এতিয়া যাও হে" বুলি বসন্তই উঠি অলকাক মাত দিছিল, "অলকা বাইদেউ থাকিব।"

"কালিলৈ নাপাহৰিবা।"

"বাৰু" বুলি সি ওলাই গৈছিল।

অমৰেন্দ্ৰ ওপৰ মহললৈ উঠি গৈছিল আৰু অলকাই তাতে বহি বহি ভাবি আছিল। তাইৰ হুমুনিয়াহ এটা ওলাই আহিছিল।

"অলকা বাইদেউ।" ইমান কোমল মাত যাৰ। মানুহৰ মাতটোও যে ইমান শুনি ভাল লগা হব পাৰে। কিমান ধুনীয়া মুখখন আৰু তাতোকৈ ধুনীয়া উজ্বল বুদ্ধিৰে ভৰা চকু দুটা ? অন্তস্থল ভেদ কৰি দিব পৰা কিমান গভীৰ দৃষ্টি ? কিমান সুঠাম দেহাটিৰে ভৰডেকা। এটা শক্তিশালী চপল যৌৱন, বুকুৰ ভিতৰত সুমাই লবৰ মন যোৱা।"

হঠাৎ প্ৰমাথনৰ পৰা জিনতু বাগৰি পৰি ওৱাওৱাকৈ কান্দি চিঞৰি উঠিছিল। অলকা উধাতু খাই জিনতুৰ ওচৰলৈ লৰি গৈ জিনতুক কোলাত তুলি নিচুকাইছিল আৰু নিজকে ধিক্কাৰ দিছিল।

"লৰাটোকে চাবলৈ পাহৰি গৈছিলো । ছিঃ ছিঃ আকৌ কিবোৰ চিন্তা কৰিছো ?"

কিবা এটা শঙ্কা, কিবা এটা অজানিত ভয় অলকাৰ হৈছিল। জিনতুক খুনলুঙক লবলৈ দিছিল ।

গধূলি মনটো পাতল লগাবলৈ বুলি সিহঁতৰ তিনি মহলীয়া ঘৰটোৰ ওপৰৰ খোলা চোতাললৈ উঠি অলকাই কোলাত জিনতুক লৈ ইফালে সিফালে লাহে লাহে খোজ দি ঘূৰিছিল । নিকা আকাশত জোনটো ওলাই আহিছিল ।

চেৰিব্লুজম জোপাৰডালৰ মাজেৰে জোনটো পৰিষ্কাৰভাৱে দেখা গৈছিল । অকন অকন কোমল বতাহ বলিছিল । জোনটো দেখি জয়ন্তই হাত বাউলীদি উ উ কৈ মাকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ বুলি চেষ্টা কৰিছিল । অলকাই তাৰ মুখখনত চুমা খাই "জোন বায় বেজি এটি দিয়া" বুলি হঠাৎ বৈ অবুজ জিনতুক কৈছিল, "মোৰ সোণটি, সেইটোলৈকে এদিন তুমিও যাব পাৰিবা, জোনটিক আৰু বেজি খুজিব নালাগে, জোনত বেজিও পাবা", জিনতুয়ে জোনটোৰ কাৰণে হুৰাওৰাও কৈ কান্দিছিল । অলকাই তাৰ কান্দোন কোনোমতে থমাব পৰা নাছিল । অলকাই খুনলুঙক মাতিছিল । খুনলুঙ গৈ সাউংকৰে জিনতুক লৈ আহি তলত গোল নীলা লাইত এটা দেখুৱাই উ উ, বা কৈ নচুৱাই দিওঁতেহে সি নকন্দাকৈ আছিল ।

অলকাই জিনতু তাইৰ পৰা আঁতৰি যোৱা কাৰণে তাইতকৈ খুনলুঙকে বেছি ভালপোৱা বুলি ভাবিছিল ।

কোমল জোনৰ পোহৰ আৰু কোমল ৰিব ৰিব বতাহ আৰু তাতকৈও কোমল হাচানাহানাৰ সুগন্ধ এটা চাৰিওফালে বিয়পি পৰিছিল । অলকাই তাতে থকা বেঞ্চ এখনত বহি জোনটো চাইছিল । পোহৰেৰে ঢৌৱাই দিয়া দূৰৈৰ পৰ্ব্বতবোৰে ঘন ৰহস্য এটা সৃষ্টি কৰা তাই অনুভৱ কৰিছিল । সুগন্ধটোৱে তাইক ৰোমাঞ্চিত কৰি



তুলিছিল । সকলো থাকিও তাই নিজকে নিঃস্ব আৰু সৰ্ব্বহাৰা বুলি ভাবিছিল ।

তাইৰ পিছফালে যদি হৃষ্টপুষ্ট ডেকা এটা ঠিয় হৈ থাকি তাইৰ কান্ধৰ চুলিৰ মাজত আলফুলকৈ তাৰ হাত বুলাই বুলাই মৰমতে কলেহেঁতেন ।

"অলকা এই দিগন্তত তুমি আৰু মই অকলে, আমাৰ দুয়োৰো ইচ্ছাৰ জীৱন ।"

"অলকা, অকলে অকলে বহি কি ভাবিছা ?" বুলি কওঁতেহে অলকাৰ স্বপ্ন ভাঙিছিল আৰু কৈছিল ।

"ফৰিং ফুটা জোনাক ।"

"সঁচাকৈয়ে ।"

"ইমান মনোৰম ।"

অমৰেন্দ্ৰই অলকাৰ পিছফালে ঠিয় হৈ অলকাৰ কান্ধত হাত দি বহিছিল । অলকাই আচৰিত হৈ সুধিছিল, "আজি তোমাৰ কি হ'ল ?

"কোৰাচোন ?"

"এই পৃথিবীৰ ইমান সৌন্দৰ্য্য মোৰ কাৰণে সকলো অসাৰ ?"

"কিয়, হঠাৎ এনে ভাব হৈছে ?"

"হঠাৎ নহয়, সদায়ে । যিদিনাই যৌৱনত ভৰি দি মোৰ অসৰতাৰ সম্বন্ধে মই নিজে জানিছো, সেই দিনাৰ পৰা অন্তৰ্দাহত ভুগিছো । কেইবাবাৰো মৰিম বুলি চেষ্টা কৰিও জীয়াই থাকিলো ।

"সেইবোৰ ভাবি থাকিলে কি হব ? ভাগ্যফল ।"

'ভাগ্য বোলা বস্তুটোক আগেয়ে বিশ্বাস কৰা নাছিলো । কৰ্ম্মই ভাগ্য বুলি ভাবিছিলো । এতিয়া ভাগ্যই মানুহৰ জীৱন নিৰ্ণয় কৰে বুলি দৃঢ় বিশ্বাস কৰিছো । কিমান ভোগৰ মানসিক লিপ্সা জন্মে ? কিমান দুৰ্দ্দান্ত সি ? সেই বলীয়া ভাব ? তোমাৰ এই কমনীয় দেহা

ভৰা যৌৱন, দিনে ৰাতিয়ে চকুৰ আগত চাই চাই মোৰ কেনে লাগে অলকা ? হাজাৰ শব্দইও প্ৰকাশ কৰিব নোৱাৰি! চোৱা এই খিনিতে, ঠিক এইখিনিতে বুকুৰ মাজতে দিনে ৰাতিয়ে কিমান উত্তপ্ত কামনা এটা গুমৰি গুমৰি উঠে, আকৌ মৰে, মৰি মৰিও জী উঠে। এই বাসনাটো মৰিছে আৰু জী উঠিছে। দাড়ি খুৰোৱা দিনৰ পৰা এই যন্ত্ৰণা ভোগ কৰি আহিছো। এই দুৰ্দ্দান্ত অতৃপ্ত কামনা। কেতিয়াবা মোৰ উশাহ-নিশাহ বন্ধ হৈ যায়। কেতিয়াবা চঞ্চল হৈ উঠো, কেতিয়াবা বলীয়া হৈ পৰো, কেতিয়াবা কিবা এটা কামুৰি খাবলৈ উগ্ৰ হৈ উঠো।"

"ছিঃ কি কথাবোৰ কৈছা" — অলকাই কিছু সাৱধান আৰু আশঙ্কিত হৈ কৈছিল আৰু নিজে ভাবিছিল।

"তুমি এনেয়ে সৰ্ব্বহাৰা আৰু মোৰ সকলো থাকিও তোমাতকৈও বেছি সৰ্ব্বহাৰা।"

অমৰেন্দ্ৰ অলকাৰ দুৰ্ঘটনা হবৰ দিনাৰ পৰাই অমৰেন্দ্ৰ ওচৰৰ আন কোঠা এটাত সদায় শুইছিল। আগৰ ডাঙৰ কোঠাটোত অলকা অকলে শুইছিল। অলকাই কোনো দিনে দুৱাৰৰ হুক নমৰাকৈ নুশুইছিল।

আজি অলকাক অমৰেন্দ্ৰই নিজৰ কোঠালৈ মাতি নি ৰাতি ভালেমান পৰলৈ কথা পাতিছিল। অমৰেন্দ্ৰই মনৰ সকলো দুৰ্ব্বলতা অলকাৰ আগত খুলি কলে মনটো বহুত পাতলিব বুলি ভাবিছিল। মন ঘোলা কৰা বোকাবোৰ পৰিষ্কাৰ হৈ যাব।

কথা কৈ কৈ অমৰেন্দ্ৰ অধীৰ হৈ পৰিছিল। উত্তেজিত হৈ উঠিছিল। অলকাক হাত বুলাই বুলাই মৰম কৰিছিল, সাৱটি ধৰিছিল, শেষত ভাগৰি পৰি ফোঁপাইছিল আৰু শেষত হতাশ আৰু নিশ্চল হৈ পৰিছিল।

অলকাই কোনো কথাতে আপত্তি কৰা নাছিল। তায়ো বহুত পৰ নিশ্চল হৈয়ে পৰি আছিল। হঠাৎ অলকাৰ বসন্তলৈ মনত



পৰিছিল, দাৰ্জ্জিলিঙত ভাস্কৰৰ লগত কটোৱা দিন কেইটাৰ কথা মনত পৰিছিল।

ফুলজাৰিৰ দৰে তৎক্ষণাত তাইৰ কামনাটোৱে শৰীৰৰ চাৰিওফালে বিজুলী সঞ্চাৰেৰে লৰা-ঢপৰা কৰিছিল, বিজুলী তৰঙ্গৰ দৰে তাইৰ শৰীৰত মুহূৰ্ত্ততে বিয়পি পৰিছিল। তাই বিতত হৈ অমৰেন্দ্ৰক জগাই তুলিবলৈ বহুত চেষ্টা কৰি শেষত তাই উগ্ৰ কামনাত ক্লান্ত হৈ পৰিছিল। তাই অমৰেন্দ্ৰৰ ওচৰৰ পৰা উঠি আহি নিজৰ কোঠাত সোমাই হুক লগাই পালেঙত শুই পৰিছিল। তাই অসন্তুৰ অস্বস্তি এটা অনুভৱ কৰি বহুত পৰ বিছনাতে ছটফটাই আছিল। তাইৰ মোহনলৈ বাৰে বাৰে মনত পৰিছিল। তাই দুখ বেজাৰত, তৃপ্তিৰ অভাৱত মুচৰি পৰিছিল।

তাই অলপ পিছত জিনতুক লৈ আহি বুকুত সাৱটি ধৰি শান্ত হবলৈ অশেষ যত্ন কৰিছিল। তাইৰ মাতৃত্বই দুৰ্দ্দান্ত কামনাটো ঢাকিবলৈ যত্ন কৰিছিল। তাক পাহৰি যাবলৈ তাই বীভৎস সপোনটোৰ কথা হঠাৎ মনত পৰিছিল। তাক পাহৰি যাবলৈ তাই অধীৰ হৈ পৰিও নোৱাৰিছিল। শেষত জিনতুক তাৰ প্ৰামখনত আকৌ শুৱাই থৈ আহিছিল।

তাইৰ কামনাৰ উত্তেজনাত হিয়াভগা দুখত অন্তৰ ডোখৰ ডোখৰ হৈ যোৱা যেন বোধ কৰিছিল। তাই ঘনে ঘনে বাগৰ সলাই সলাই শুইছিল। তাইৰ মেখেলাখনৰ মৈতে পেটিকোটতো মেৰ খাই খাই ককাল পাইছিল। তাইৰ চুলিবোৰ আউলি-বাউলী হৈ পৰিছিল। ভৰি দুটা অলসভাৱে পালেঙৰ দাতিত ওলমি পৰিছিল, হাত দুখন দুকাষে পৰি আছিল।

আজিলৈকে তাইক সঙ্গম সম্ভোগত কোনো পুৰুষেই সম্পূৰ্ণ পৰিতৃপ্ত কৰিব পৰা নাছিল বুলি ভাবি শকত গাৰুটোকে সাৱটি ধৰি আৰু এটা শক্তিবান পুৰুষৰ কথা ভাবি ভাবি তাই শুবলৈ যত্ন কৰিছিল।

পিছদিনা ৰাতিপুৱা বৰ অৱসাদ আৰু ক্লান্তিত বহুত পৰলৈকে তাই অলসভাৱে বিছনাত পৰি আছিল। নিজ্জন দুৰ্ব্বলৰ দৰে প্ৰায় ৰাতিপুৱা দহ বজাতেহে তাই বিছনা এৰিছিল। তাই খোজবোৰ দিও নিদিওকৈ দিছিল।

বসন্ত দুপৰীয়া লান্স খাবলৈ অহাৰ কথাটো অলকাৰ মনত পৰাত অলকা কিছু তজবজীয়া হৈ পৰিছিল। তেতিয়াই গাপা ধুই আজি অকন প্ৰসাধনো কৰি লৈ ভাবিছিল, "ছিঃ, কিয় স্ন-পাউদাৰবোৰ ঘঁহিলো।" দুপৰীয়া বাৰ বাজিছিল। সকলোৱে খাবলৈ বহিছিল।

"বসন্ত আৰু অলপ ফাউল-বস্ত লোৱাচোন: ইমান মস্তৰাম ডেকা হৈও খাব নোৱাৰা?" অলকাই ৰগৰ কৰি বসন্তক কৈছিল।

"ইমানবোৰ বস্তু একে লগে খোৱাৰ মোৰ জীৱনতে অভ্যাস নাই।" বুলি সি মোকমোকাই কৈছিল।

চপ, কাটলেট, কালিয়া, পোলাও, কোপ্তা বাবুৰ্চিয়ে আগতে তেওঁলোকক দি গৈছিল।

পুডিংৰ প্লেটখন আগবঢ়াই অলকাই আকৌ বসন্তক কৈছিল, "পুডিং।"

অমৰেন্দ্ৰ-অলকাই বসন্তই খোৱাটো চাই চাই আমোদ পাই-ছিল। অলকাই বসন্তক ইটো সিটো খাবলৈ পেৰি আছিল।

"ও, খোৱা আকৌ।"

"কিমাননো খাম? আমি এখন খাবতেই সন্তুষ্ট।"

খাৰত প্ৰতিভাৰ ভিটামিন আছে। কামৰূপ প্ৰতিভাশালীৰ দেশ।"

অমৰেন্দ্ৰই কোৱাৰ লগে লগে সকলোৱে হো হো কৈ হাঁহি দিছিল।

বসন্তই জীৱনত ধনী মানুহৰ লগত বহি এনে সুখাদ্য লান্স কোনো দিনেই খোৱা নাছিল। সি আচৰিত হৈছিল। এজন কেৰাণীৰ এমাহৰ আয় ধনীৰ এটা লান্সতে খৰছ হয় বুলি সি ভাবিছিল। তাৰ ঘৰত আছু চাউল আৰু অমিতাৰ খাবৰ কথা, তাৰ মেছত দুখীয়া বন্ধু দুটাৰে মচুৰ-মাহৰ পনীয়া আঞ্জা আৰু আলু গুটি পিটিকাৰে নিতৌ খোৱা, গোন্ধোৱা ভাত গালৰ কথালৈ তাৰ মনত পৰিছিল। সি দুখ লগাকৈ ভাবিছিল। বাহ্যিক আৰু আভ্যন্তৰিকভাৱে ইমান প্ৰভেদ দুটা জাতিৰ, ধনী আৰু দুখীয়াৰ। অমৰেন্দ্ৰই ৰস্ত কৰা মঙহ এডোখৰ মুখত ভৰাই আকৌ কৈছিল, "খাৰ খাইয়ে বসন্তৰ এনে আটক ধুনীয়া চেহেৰা।"

"ইস, দাদাৰ কথাও আৰু" বুলি বসন্তই লাজ লাজ কৰিছিল।

"এওঁ পিছে বৰ লাজকুৰীয়া" অলকাই কৈছিল।

"কোমল বয়সীয়া ল'ৰাৰ ই স্বাভাৱিক ধৰ্ম্ম।" অমৰেন্দ্ৰই কৈছিল। অলকাই মাছ, মাংস নোখোৱা দেখি বসন্তই কৈছিল, "অলকা বাইদেউৰে মাছ-মাংস একো নাখায় নেকি?"

"এনেয়ে নাখাওঁ হে।"

"বুইছা বসন্ত, বাইদেউৰাৰ এইবোৰ খামখেয়ালী, সেইবোৰ নাখায়নো জীৱনত কি খাবা? কিমান বুজালো, ওহো।"

"বাইদেউৱে খাওকচোন!"

"বাইদেউৱাই ব্ৰত ধৰিছে।"

"আও নোখোৱাটোনো আকৌ কি ব্ৰত?"

"সেইসোপা জীৱনত আৰু নাখাওঁ বুলি ভাবিছে।"

"মই এদিন আপোনাক খুৱাইহে এৰিম।"

"কেতিয়াও নোৱাৰা।"

"সঁচা? বাৰু এদিন প্ৰমাণ পাব।"

"বসন্ত তুমিহে যদি পাৰা।" অমৰেন্দ্ৰই কৈছিল। অলকাই বসন্তলৈ চাই "ইহ এওঁ পাৰিবহে যেনিবা" অৰ্থৰে মিছিকিয়াই হাঁহিছিল। বসন্তইও অলকাৰ মুখলৈ চাইছিল।

কেইবাদিনো অলকাই বসন্তৰ লগত ল'ৰা চুপতি আৰু তেনে হলি-গলিও নকৰিবো বুলি দৃঢ় প্ৰতিজ্ঞ হৈছিল কিন্তু বসন্তৰ খাই বৈ বিদায়ৰ সময়ত তাক সদায়ে আহিবলৈ তাৰ পৰা কথা আদায় কৰিহে সেইদিনা বসন্তক যাবলৈ দিছিল। বসন্ত যোৱাৰ পিছত অলকাৰ মনটো মৰহি গৈছিল। আবেলি হোৱাৰ লগে লগে যোৱা ৰাতিৰ অতৃপ্ত কামনাটো জাগি উঠিছিল। আকৌ অলকা হতাশ হৈ পৰিছিল।

ছুদিন মান নাযাও নথৌকৈ পাৰ হৈ গৈছিল।

জয়ন্তক কোলাত লোৱাৰ লগে লগে অলকাৰ প্ৰায়ে মোহনলৈ মনত পৰিছিল। জয়ন্তক লৈয়ে আকৌ খুনলুঙক গটাই দিছিল। এদিন কিবা এখন কিতাপ বিচাৰি পঢ়িব খোজোতে কিতাপ খনৰ ভিতৰত এখন চিঠি আৰু ভাস্কৰে তাইৰ দিল্লীত তোলা ফটোখন পাই তাইৰ ভাস্কৰলৈ মনত পৰিছিল। ফটোখন তাই বহুত পৰ চাই আছিল। লগতে তাই দাৰ্জ্জিলিঙত কটোৱা দিনবোৰলৈ মনত পৰিছিল। কিতাপ নপঢ়ি তাই আৰামী চকী এখনত বহি অতীতৰ সুখৰ দিনবোৰ মনতে বাৰে বাৰে মথি আছিল। অতীতটোৱে কিছু সুখ দিছিল—ভবিষ্যতটোৰ কাৰণে তাই অনিশ্চিত ভয় শঙ্কা কৰিছিল।

দাৰোৱানটোৱে তাইক এখন চিঠি দিছিল। খামটো চাই চাই তাই আচৰিত হৈছিল। তাইৰটো লণ্ডনত কোনো বন্ধু বান্ধৱী নাই, তেনে এইখন কাৰ চিঠি? তাই তৎক্ষণাত লেফেফাটো ফালি পোনতে চিঠিৰ লিখকৰ নামটো চাই চিঠিখন ওপৰে ওপৰে এবাৰ পঢ়ি মৰ্ম্মাৰ্থটো জানিলৈ চিঠিখন আকৌ ভালকৈ তাই পঢ়ি লৈছিল। চিঠিখন পঢ়ি তাই ভাবিছিল, "পুৰুষবোৰ কিমান কৃতঘ্ন, অকৃতজ্ঞ। এবাৰ দেখা এটা দিবলৈও সময় নহল।" ভগবানে ভালে কুশলে ৰাখিলে দুবছৰৰ মূৰত তোমাৰ লগত দেখা হৈ সকলো ঠিক কৰিম।" তেনে দেখা নহ'লেও অলকাৰ হব বুলিয়ে অলকাই ভাবিছিল।



"আহিবৰ সময়ত মনটো বৰ বিচলিত আৰু চঞ্চল হব বুলিয়েই তোমাক দেখা নকৰি অন্তৰত বৰ আঘাত এটা সহ্য কৰিহে আহিব লগা হল। ইয়াত নানা ৰঙ-বিৰঙৰ মাজতো তোমালৈ মনত পৰে।"

অলকালৈ তোমাৰ মনত নপৰিলেও হব। এই পুৰুষবোৰ নিজকে লৈ বৰ ব্যস্ত! পুৰুষে নাৰীৰ কথা সহজে পাহৰে নে নাৰীয়ে পুৰুষৰ কথা সহজে পাহৰে। নোৱাৰাতেহে মোলৈ চিঠিখন দিছে! যোৱাৰ আগতে মোক জৰুল লগ পোৱাৰ কথা আছিল। প্ৰশান্ত বৰ মিছলীয়া।

অলকাৰ পুৰুষ জাতিটোৰ ওপৰতে খুব খং উঠিছিল আৰু বুজিছিল, সকলোৱে তাইক এৰি গুছি গৈছিল আৰু ভাবিছিল "বিশ্বাস ঘাটক কোন?? পুৰুষ নে নাৰী?" অলকাই চাৰিওফালে যেন অন্ধকাৰহে দেখিছিল। তাই যেন পানীত ডুবি ঢোকে ঢোকে পানী খাইছিল আৰু খেৰকুটা এডালকে ধৰিবলৈ চাৰিওফালে তাই অসহায় ভাবেৰে চাইছিল।

আকৌ ভাবিছিল, "খেৰৰ এই জুমুঠি বোৰকলৈ এনেয়ে খামোচা খামুছিকৈ থকাতকৈ মোৰ জিনতুৱেই সকলো।"

তাই সাউৎকৰে জিনতুক লৈ ছুয়ো হাতেৰে ওপৰলৈ তুলি নমাই "হেলে-ছুলে আমাৰ গোপাল নাচে" বুলি মুখেৰে এনেয়ে কিবাকিবি গাই অন্যমনস্ক হবলৈ চেষ্টা কৰিছিল।

জিনতুৰ বাওঁগালত অকনমান কলা তিল এটাৰ চিন এই কেইদিনৰ ভিতৰতে পৰিষ্কাৰ হৈ ফুটি ওলাইছিল। আগতে সেই তিলটো তাৰ সিমান স্পষ্টকৈ ওলোৱা নাছিল। অলকাই তিলটো অন্য কিহবাৰ দাগ বুলি ছুবাৰমান মচি দিছিল। সি মোচ নাখায় বেছি জিলিকিহে উঠিছিল।

অলকাৰ মোহনৰ সজীৱ মুখখনলৈ সাউৎকৰে মনত পৰিছিল। তেনে ঠাইতে মোহনৰো এটা সুন্দৰ কলা তিল আছিল। তাই

জিনতুক জোৰেৰে সাৱটি ধৰিছিল আৰু অলপ পৰৰ পিছতে গ্ৰাম-খনত জিনতুক শুৱাই থৈ আহিছিল। তাই আকৌ উদাস হৈ পৰিছিল। চাৰিওফালে শূন্য দেখিছিল। এনেকৈ থাকিলে মনটো আৰু বেয়া লাগিব বুলি তাই কিবা এটা কামত ব্যস্ত হৱলৈ বিচাৰিছিল। ৰেডিঅ'টোত চুইচ দিছিল। কিবা এটা বাজিছিল। ওহো তাইৰ ভাল লগা নাছিল' পিয়ান'টো বজাই টুং টুং কৰিছিল, ওহো তাইৰ ভাল লগা নাছিল।

তাই ভালপোৱা ৰেৰ্কড এখন উলিয়াই গ্ৰামফনত দি বজাইছিল। ওহো তাইৰ গানো ভাল লগা নাছিল। এই সপ্তাহৰ ইলাচ-ট্ৰেড উইক্‌লিখন লৈ ইখনৰ পিছত সিখন এনেয়ে পাতবোৰ লুটিয়াইছিল, ডাঙৰ ছবি এখন তাই নিৰলে বিছুপৰ চাই আছিল।

এজনী নৃত্যৰতা সুঠাম গাভৰুক এটা শক্তিশালী পুৰুষে চাই আছিল। আগন্তুক বোলা কথা ছবিখনৰ ফটো।

বসন্তৰ দৰে চেহেৰাৰ ডেকাটোৰ ছবিতো চাই তাই ভাল পাইছিল। তাইৰো তেনে ডেকা এটাৰে কথাকে দিনে ৰাতিয়েই ভাবিছিল। তাই কোলাতে উইক্‌লিখন লৈ তন্ময় জীৱনত তাকে বিচাৰিছিল। তাই কোলাতে উইক্‌লিখন লৈ তন্ময় হৈ ভাবি আছিল। এনেতে অমৰেন্দ্ৰ সোমাই আহি পিছফালৰ পৰা মাত দিছিল।

অলকাই ডেকাটোৰ ছবিখন চাই অমৰেন্দ্ৰক চাইছিল। দুয়োৰো কাল্পনিক ৰিজনি এটা কৰিছিল।

তাইৰ হিয়াখনত হাতুৰিৰে কোবোৱা যেন পাইছিল। তাই অমৰেন্দ্ৰক নচোৱাকৈ সমিধান দিছিল।

"কি ?"

পাপা-নানাই জিনতুৰ ফটো খুজি চিঠি দিছে। আজি তাৰ ফটো তুলিম।"

জীৱেশ্বৰেই ভাল ফটোগ্ৰাফাৰ। তালৈ ফ'ন কৰি দিছো, তাৰ



ষ্টুডিয়োতে তোমাৰ, মোৰ আৰু জিনতুৰ কেইবাখনো ফটো লবলৈ ঠিক কৰিছো। ওলোৱাচোন।"

"তুমি আৰু জিনতুৰেই হলেই হব।"

"উৱা, মাকজনী নহ'লেহে কেনে হব ?"

"বাপেক-পুতেক সেয়ে ভাল ?"

"মই থাকিম নহয়।"

জয়ন্তৰ বাপেক অজনা দেশত বুলি অলকাই ভাবি কৈছিল।

"বাৰু তুমি থাকিলেই হব।"

"এই লোধোমা খদ্দৰৰ থৈলাবোৰ বদলি কৰি লোৱা।"

খদ্দৰৰ কাপোৰহে বাইদেউক একেবাৰে ধুনীয়া কৰি তোলে বুলি পিছফালৰ পৰা বসন্ত কোনোবা তলকত সোমাই আহি অমৰেন্দ্ৰৰ একেবাৰে ওচৰতে ঠিয় হৈ ৰৈছিল। অমৰেন্দ্ৰই বসন্তক জিনতুৰ ফটো লোৱা বিষয়ে কৈছিল আৰু বসন্তৰো এটা স্মৃতি এই পৰিয়ালটোৰ খুব প্ৰয়োজন তাৰ কথাকেও বসন্তৰো এখন ফটো লবলৈ ইচ্ছা প্ৰকাশ কৰি বসন্তক কৈছিল। বসন্তই কৈছিল, "ডাঙৰ মানুহৰ লগত এটা এলচেচিয়ান থাকে।"

"ধেৎ কি কথাবোৰ কোৱা।"

"নহয় অমৰেন্দ্ৰদা, সঁচাকৈয়ে।"

বসন্ত এই পৰিয়ালটোত নিজৰ হৈ পৰিছিল। অমৰেন্দ্ৰহঁতৰ অমায়িক ব্যৱহাৰে তাৰ মনত থকা ধনীৰ সংজ্ঞাতো তাৰ সলনি কৰিছিল, আজিকালি দাদা বুলিহে মাতিছিল। বসন্তৰ আগমনত অলকাৰ সেমেকা মনটো সজীৱ হৈ উঠিছিল। আবেলি ৰাইজাঁই গাতো, তনতনাই উঠিছিল।

অমৰেন্দ্ৰ আৰু বসন্ত একেলগে ঠিয় হৈ থকা দৃশ্যটো তাই নিৰলে বহুপৰ চাইছিল।

অমৰেন্দ্ৰ এটা গেলা কোমোৱা আৰু বসন্ত ফুলা এটা ধুনীয়া ফুল বুলি তাইৰ মনত খেলাইছিল।

বসন্তৰো এটা স্মৃতি হয়তো অমৰেন্দ্ৰৰ নহ'লেও তাইৰে জীৱনত কেতিয়াবা লাগিব পাৰে। তাই উল্লাহত কৈছিল, "সঁচাকৈ দাদাৰাৰ কথাবোৰ খুব সময়োপযোগী, গুলোৱা বুইছা।"

"বাইদেউৰ আপুনি পোছাক কৰি আহকচোন ?"

"মোৰ এয়ে ভাল।"

"তুমি গুলোৱা বুলি।" অমৰেন্দ্ৰ, বসন্ত বাহিৰলৈ ওলাই গৈ অলকাৰ কাৰণে ৰৈ আছিল। অলকাই ক্ৰীম কলাৰৰ নতুন চেণ্ডেল এযোৰ পিন্ধি পিন্ধি ভাবিছিল, পুৰণা জোতা চুকলৈ দলিয়াই নতুন এই চেণ্ডেল যোৰৰ বদলিৰ দৰে যদি স্ত্ৰীয়ে স্বামীবোৰ বদলি কৰিব পাৰিলেহেঁতেন।"

ৰাতি আঠোটামান বজাত সিহঁত ঘৰলৈ ঘূৰি আহিছিল। অলকাই আহিয়েই জিনতুক একোলা লৈছিল।

অলকাৰ কোলাৰ পৰা জিনতুক বসন্তই লৈছিল। জিনতুক লওঁতে বসন্তৰ হাত এখন অলকাৰ বুকুত লাগিছিল, হাতখন চেপা খাইছিল। বসন্তই কোমল মসৃণ কিবা এটা অনুভৱ কৰিছিল।

বসন্তই জিনতুক লৈ অকন উমলিছিল আৰু অলকাই কাপোৰ সলাবলৈ ড্ৰেচিং ৰুমটোলৈ গৈছিল। বসন্তৰ কিবা এটা জৰুৰী কথা মনত পৰিছিল আৰু যাবলৈ বুলি জিনতুক খুনলুঙক দি অলকাক বিচাৰি ভিতৰত সোমাইছিল। ড্ৰেচিং কোঠাৰ একণীয়াকৈ খোলা দুৱাৰখন দেখি সি সেই ফাললৈ আগ বাঢ়ি গৈছিল। সেইটো কাপোৰ সলোৱা কোঠা বুলি সি নাজানিছিল। হঠাৎ সি কোঠাটোৰ ভিতৰৰ উজ্জল পোহৰত দেখিছিল। আলনাত অন্য এসাজ কাপোৰ বিচৰা ব্ৰেচিয়াৰটোৰ বাহিৰে গাত একো কাপোৰ নাছিল অলকাৰ।

সি নেচাওঁ বুলি চাই থকা অলকাই যেন তলকিবই নোৱাৰিছিল। বসন্তৰ হঠাৎ অন্য এখন পৃথিবীত সোমোৱা যেন লাগিছিল।



সি তৎক্ষণাত তাৰ পৰা গুছি আহি বাৰান্দাখনৰ ৰেলিঙত আউজি অলপ পৰ ৰৈছিল। তাৰ অনুশোচনাত মনটো ভৰি পৰিছিল। তাৰ ৰুচি যে ইমান বদ হব পাৰে বুলি সি আগেয়ে কেতিয়াও ভবা নাছিল। ঘটনাটো আকস্মিক বুলি ভাবি সি নিজকে ক্ষমা বিচাৰিছিল; কিন্তু তাৰ মনটোৱে বাৰে বাৰে সেই দৃশ্যটো ঘোদালি সুঁৱৰি থকাতেহে সি নিজকে ধিক্কাৰ দিছিল। সৰুৰ পৰাই তাৰ চৰিত্ৰ সবল আছিল আৰু জীৱনতে কোনো দিনে কোনো গাভৰুক অন্য এটা অৰ্থত চোৱা নাছিল। তাৰ মনলৈ আকৌ আহিছিল ইমান সুন্দৰ পুৰঠ অলকা বাইদেউজনী। ধনী মানুহৰ ছোৱালীবোৰ সঁচাকৈয়ে মোহ লগাকৈ ধুনীয়া, মানুহক একেবাৰে আপোন পাহৰা কৰি দিব পৰা। জীৱনত কোনো দিনে নভবা কথাবোৰ মনলৈ আহিছে। পঢ়াৰ বাহিৰে একো নাজানিছিলো। মোৰ মগজ বেয়া হৈছে, মোৰ ৰুচি নিম্নস্তৰলৈ গৈছে। সম্বন্ধটো নৰখাই ভাল হব। অলকা বাইদেউক আৰু এদিন তেনে অৱস্থাত দেখিলে মোৰ বোধহয় অস্তিত্বই বিলোপ পাব। আজিয়েই ইমান। আজিৰ পৰা ইয়ালৈ অহাটো একেবাৰেই কমাই দিম। আকস্মিকভাৱে যদি মোৰ মনটোৰ কথা এওঁলোকে গম পাই, মোক কিমান হীন, নীচ বুলি ভাবিব। এইবোৰৰ পৰা আঁতৰি থকাই ভাল। ভালকৈ পাছ কৰিব পাৰিলে এনে মানুহৰ পৰা আগলৈ মোৰ উপকাৰেই হ'লহেঁতেন, নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিব খুজিছো। ধেৎ কিয় ইমান ভাবিছো, আকস্মিক ঘটনা ঠিক ঘটনাও নহয়, হঠাৎ কিবা এটা দেখা। তৰাৰ লগত তপিনাৰ তোপা খহু কৰবাত ৰজিতা খাব পাৰেনে ? মনটোৱে বেয়া এটা নাভাবিলেই হল ? অলকা বাইদেউক মোৰ আপোন বাইদেউ বুলি ভাবিলেই হ'ল !"

"আহা চাহ খাও" বুলি অলকাই বসন্তক ওচৰৰ পৰাই মাতি দুয়ো ডাইনিং কোঠাত সোমাই টেবুলত বহিছিল। বসন্তই ভাবিছিল,

"ৰক্ষা তেৰ, বাইদেউৰে একো নাজানিলে, বাইদেউজনী কিমান সৰল !"

ৰাতি শোৱাৰ আগতে অকলশৰীয়া কান্দি থকা বিছনা খনত পৰি অলকাই ভাবিছিল, "বসন্তটো বৰ সৰল। অকনো কামশিক্ষিত নহয়, কাম অভিজ্ঞতাও অকনো নাই ? আজিকালিৰ, ল'ৰা হৈও ইমান ভোদা হৈ থাকিব পাৰে নে ? ইমান ইঙ্গিত দিয়াতো সি কোনো কথাৰে ঠিক উত্তৰ নিদিলে। লোভ লগা ল'ৰাটো। গাৰ স্বাভাৱিক গোন্ধটোত এটা পুৰুষ পুৰুষ সুগোন্ধ আছে। কোনো ফুলৰে ই হয়তো কেতিয়াও মৌ চুহি পোৱা নাই। কোনো পুৰুষে স্পৰ্শ নকৰা এজনী ছোৱালী পুৰুষৰ বৰ কাম্য। সেইদৰে গাভৰু-বোৰৰো কোনো ছোৱালীক স্পৰ্শ নকৰা পুৰুষৰ প্ৰতিও এটা প্ৰকাণ্ড লোভ ওপজে।

প্ৰশান্ত ?

মোহন ?

ভাস্কৰ ?

ইহঁত কলুষ। আনে ভোগ কৰি এৰি দিয়া পুৰুষ। ইহঁত চালক-চতুৰ বিশ্বাসঘাটক !!! ইহঁতে বিয়া কৰাইও অসুখী হব। মানুহৰ ন ন তেজ পিয়া বাঘৰ দৰে ইহঁতৰ স্বভাৱবোৰ। নিতৌ ইহঁতৰ মনটোৱে ন নৰ কাৰণে লিকলিকাই থাকিব আৰু ঘৈণীয়েক-ইঁতক আত্মহত্যা কৰাবলৈ বাধ্য কৰাব। স্বামীবোৰ বিশ্বাসঘাটক হ'লে তিৰোতাবোৰ ঈৰ্ষাত নিজেই মৰিব পাৰে, এখন ঘৰ এনে স্বামীয়েই ধ্বংস কৰে।

ময়ে বা কি ?

অমৰেন্দ্ৰৰ কাৰণে সঁচাকৈয়ে কেতিয়াবা দুখ লাগে। জীৱনত বেচেৰাই এদিনো এই অমৃতভোগ কৰিবলৈ নাপালে। কিমান উদাৰ হৃদয় মানুহটো। মোৰ সকলো অমাৰ্জ্জনীয় দোষ পাহৰি



গ'ল। ইমান ক্ষমাশীল। মোৰ নিজৰ পুৰুষটোৱে চিৰ বঞ্চিত হৈ থাকিব আৰু মই তলে তলে নিজৰ কামনা পূৰণ কৰিবলৈ বিশ্বাসঘাটকতা কৰিম ?

বিশ্বাসঘাটকতাই আটাইতকৈ মাৰাত্মক পাপ। মই জীৱনত তাকে কৰিলো। যি হব লগা আছিল হ'ল। এতিয়াৰ পৰা জিনতুৰ ভবিষ্যত মঙ্গলৰ কাৰণে মই মাতৃ হৈ এই জঘন্য কলুষ কামবোৰ ত্যাগ কৰিব লাগিব। এটা নিৰ্ম্মল পবিত্ৰ জীৱন, স্নেহময়ী জননীৰ জীৱন-যাপন। এই কথাটো ভাবিয়েই কিমান সুখ, কিমান শান্তি পোৱা যায় ? কামত পৰিণত কৰিব পাৰিলে নিশ্চয় স্বৰ্গসুখ। কিন্তু কামনা সুষ্ঠ সমাপ্তিত কিমান গভীৰ পৰিতৃপ্তি, কিমান স্বৰ্গসুখ।" অলকাই বাগৰ সলোৱাৰ লগে লগে ভাৱবোৰেও বাগৰ সলাইছিল।

"কাপোৰ সলাওঁতে বসন্তই মোক ৰ'লাগি চাই আছিল। সি চোৱাটো মই দেখিও নেদেখাৰ ভাওঁ ধৰাটো সি তলকিবই নোৱাৰিছিল। তাৰ মনটো বুজিবলৈ সহজ নহয় ?

পেচোৱা ভালকৈ পাছ তাছ কৰি ডাঙৰ কিবা এটা হওঁক। ভাল ছোৱালী এজনী বিয়া কৰাই সুখী হওঁক।

মোৰ জয়ন্ত আছে, তাকে লৈয়ে সুখেৰে থাকিম কিন্তু তাৰ গালৰ ধুনীয়া কলা তিলটোৱে মোহনৰ লগত কাম সম্ভোগৰ দৃশ্যবোৰ মনত পেলাই মোৰ কামনাটো নিতৌ উখনাই থাকে। যিয়েই নহওক, জিনতুৱেই মোক অধঃপতনৰ পৰা সদায় ৰক্ষা কৰিব "

বসন্তই পেকিং বাকচৰে তৈয়াৰ কৰা ভঙা ভক্তা খনত শুই বহুত ৰাতিলৈকে বাগৰ সলাই সলাই অসংলগ্ন চিন্তা কৰিছিল।

"জীৱনত কোনো দিনেই টোপনি নহাকৈ থকা নাছিল। পৰীক্ষাৰ সময়ত কিতাপৰ দুটা পাত লুটিয়ালেই জাপৰ জপৰ টোপনি আহে। সেইয়া কাছাৰীৰ কাহখনত দুটাৰ কোব টং টং। নহয় জানো ?

পৰীক্ষাৰ ফলাফল ভালেই হব লাগে। আজি কালি কিছু বিজ্ঞান নাজানিলে জীৱনটো মানুহৰ অচল। বিজ্ঞানত ৰাৰ্দৰফড আৰু আইনষ্টাইনে যুগান্তৰ আনিলে।

থিওৰি অব ৰিলেটিভিটি আৰু কোৱানটম থিওৰি। মোৰ ভাববোৰে কিহৰ পৰা সৃষ্টি হৈছে ?

ভাববোৰ উটি ফুৰে আৰু মই উপযুক্ত বাহন বুলি এইবোৰ আহি থাহ খাই অন্তৰত ভৰি পৰিছেহি ? হয় নে বাৰু ! বেয়া ভাবে বেয়া বাহনৰ ঠাই খুচৰি লয় ?

ভাবত কি শক্তি লুকাই আছে ? কোৱানটাম থিওৰিটো তাতে আছে। সেইটো অৱশ্যে ভাৰতীয় মত। পোনতে ভাববোৰ হ'ল অতি সূক্ষ্ম শক্তি। এই সুক্ষ্ম শক্তি প্ৰথমতে স্থূলহৈ শব্দ, তাপ, তাৰ পিছত পোহৰ, পিছত বিজুলী শক্তিত পৰিণত হয়। মোৰ মনৰ পৰা ভাব, তাৰপৰা গৈ এই বিজুলী শক্তি সৃষ্টি হৈ কাৰোবাক ই আঘাত কৰিব নে ? কিন্তু কোৱানটাম থিওৰি মতে জগতৰ মূল তত্ত্ব শক্তি ইলেকট্ৰনহে। মই নিজে ভাবি পাইছো যে আদি স্থূল ভাবহে। মোৰ ভাববোৰে অলকা বাইদেউৰ অন্তকৰণত জোৰেৰে আঘাত কৰিব নে নকৰে ? যদি কৰে তেতিয়াহে বুজিম ভাবেই শক্তি সৃষ্টি কৰে। মোৰ থিওৰিত আটাইতকৈ ডাঙৰ সত্যটো লুকাই থকা বুলি তেতিয়া অন্তত মই বুজিম। ছেঃ মহ সোমাল হবলা। কাণৰ ওচৰত বৰ কোন্ কোনাইছে। যিহে তাপলি মৰা আঠুৰা ? এই মহবোৰৰপৰা শুব, খাব নোৱাৰি। অলকা বাইদেউক এনে মহে পালে জুলুকাজুলুকীকৈ শিকাব ! তেওঁলোকৰ ঘৰত আকৌ মহেই সোমাব নোৱাৰে চাৰিওফালে দামী নেটৰ জাল লগোৱা পৰুৱা পিৰিকতিৰো প্ৰবেশ নিষেধ। মই বাৰু তেওঁলোকৰ অন্তৰত সোমাব পাৰিছোনে। মৰ চালা। গালত পৰাটো মৰিল হবলা।

তিকাটো কামুৰিলে ! নিজৰ চৰতে মোৰ গালখন ফৰফৰাই গৈছে। বাইদেউৰ সচাকৈয়ে ইমান সুন্দৰ কোমল গাল। গুৱাহাটীৰ



মহে পালে নেৰিবই ! মোৰ চকুযোৰ খচখচাছে। অলকা বাইদেউৰ চকুত বাৰু কি সম্মোহনী শক্তি আছে।

মনটোৰ কি হৈছে বাৰু, ঘনে ঘনে অলকা বাইদেউৰ কথা-বোৰহে মনলৈ আহে। তেওঁ অবিবাহিত গাভৰু হোৱাহেঁতেন বেলেগ কথা আছিল। পৰস্ত্ৰী তাতে মাতৃ, তাতে অভিজাত তাতে বেৰিষ্টাৰৰ গৃহিণী। আকাশ কুসুম। এগৰাকী মহিলাৰ কথা দিনে ৰাতিয়ে মোৰ দৰে ক্ষুদ্ৰ প্ৰাণীয়ে ভাবি থকা উচিত নহয়, ই নিশ্চিত মোৰ মানসিক ভীষণ অধপতন ! আৰু নাভাবো। এতিয়াও চাৰি ঘণ্টা শুই থাকিব পাৰিম। অলকা বাইদেউৰ বয়স বাৰু কিমান ? অতি বেছি ওঠৰ, নহয় নহয়, কুড়ি খুব বেছি কুড়ি। খুব সুন্দৰ স্বাস্থ্য কাৰণেই বোধহয় বয়সতো ধৰিব নোৱাৰি কুমলিয়া যেন লাগে কথাবোৰ বৰ কোমল মৰম লগা। মোৰ এই ভাদ পালে তেইশত সোমাব। পাঠশালাত নাম লগাওতেই এঘাৰ আছিল। বাইশ তেইশ বয়সতে প্ৰেমত পৰাৰ উপযুক্ত বয়স। বহুত ডেকাই এনে বয়সতে প্ৰেমত পৰি হাবুডুবু খাই। আমাৰ দুয়োৰো বয়সৰ এটা বেছ মিল আছে। আকৌ একেবোৰ ভাবকে আহিছে। এইবাৰ শুই থাকো। সেইয়া টং, টং, টং, টং। বৰ পিয়াহ লাগিছে দেখোন। এই পুহ মহীয়া, কেতিয়াও পিয়াহ লগাৰ কথা মনতে নপৰে। এইতো প্ৰেমৰ পিয়াহে ? মই প্ৰেমত পৰিলো। নিশ্চয় প্ৰেমত পৰিলো। জঘন্য ঘৃণনীয় প্ৰেমত পৰিলো। আনৰ বিবাহিত সন্মানিত ধনী বিদুষী মহিলা এগৰাকীৰ দুৰাকাঙ্খিত প্ৰেমত পৰিলো। মোৰ সৰ্ব্বনাশ হ'ল। হে হয়গ্ৰীৱ মাধৱ !

এইবোৰ অতি ঘৃণনীয় কথা। মই কিয় তেওঁৰ প্ৰেমত পৰিম। তেওঁ মোৰ নিচেই আপোনজন বুলি, ভাবিলেই এইবোৰৰ ওৰ পৰিব।

কিন্তু ??

এটা কথা বৰ মনত পৰিছে।

উস্ ?

ছিঃ ছিঃ ?

কিন্তু !!

অলকা বাইদেউৰ বুকুৰ গিৰিশৃঙ্গ ইমান গোল, ঠিয় নিতোল, কোমল। মোৰ গাটো ইমান গৰম গৰম লাগিছে কিয় ? শিৰবোৰ তনতনাই উঠিছে! গোটেই গাতে এটা বৰ গৰম সোঁত বৈ গৈছে। অসহনীয় জীৱনত কোনো দিনে মোৰ এনে হোৱা নাই। উপশমৰ উপায় কত ? উপায়ে বা কি ?"

অলকাৰ মনটো দিনে দিনে মৰহি গৈছিল। অলপ কথাতে খং উঠা হৈছিল। কেতিয়াবা জিনতুক খুব মৰম কৰিছিল আৰু কেতিয়াবা ঠেকেচকৈ শুৱাই ছুদিন মানলৈকে চকুৰে নিদিছিল। কেতিয়াবা বৰ মৰমীয়াল, কেতিয়াবা উদাসীন, কেতিয়াবা গোমোঠা আৰু কেতিয়াবা অধীৰ চঞ্চল হৈছিল। সকলোৱে অলকাৰ আঁত নোপোৱা হৈছিল।

অমৰেন্দ্ৰই অলকাৰ এই হঠাৎ পৰিবৰ্ত্তনটো দেখি মৌন হৈ চিন্তা কৰিছিল।

এটা চল উলিয়াই যিদিনাই অলকাই বসন্তক তেওঁলোকৰ ঘৰলৈ আহিবলৈ হাক দিছিল তাৰ কিছু দিনৰ পিছৰ পৰাই অলকাৰ মনটোৱে নানা ৰূপ লৈছিল। আজি প্ৰায় তিনিমাহ এনেকৈয়ে গৈছিল।

এদিন গভীৰ ৰাতি টোপনিত অলকাই এটা বিকট চিঞৰ মাৰিছিল। এই চিঞৰ শুনি খুনলুঙে একে জাপেই অলকাৰ বিছনাৰ ওচৰ পাই সুধিছিল, "মেমচাব ?"

"খুনলুঙ, বৰ বেয়া সপোন এটা দেখিছিলো। চাওঁ জিনতুক লৈ আহি মোৰ লগতে শুৱাই দেচোন।" আকৌ অলপ চিন্তা কৰি কৈছিল, "নহো থাক দে, নালাগে।"



ছুদিন মানৰ পিছত অলকাই অমৰেন্দ্ৰক কিছু দিনৰ কাৰণে বাহিৰত ফুৰি অহাৰ কথা কৈছিল। কিছুদিন দূৰৈত থাকিলে তাইৰ মনটো হয়তো ভাল লাগিব বুলি কৈছিল। অমৰেন্দ্ৰই অলকাৰ প্ৰস্তাৱটো শুনি সুখী হৈছিল আৰু এসপ্তাহৰ ভিতৰতে অলকাক লৈ কাশ্মীৰলৈ গৈছিল। লগত সৰু চাকৰ ল'ৰা এটা, খুনলুঙ আৰু জিনতুহে আছিল।

বসন্তই অলকাৰ ব্যৱহাৰত মৰ্ম্মাহত হৈছিল। তাৰ মনৰ কথা, তাৰ কথা বতাৰত কেনেবাকৈ গম ধৰিব পাৰিছে বুলি সি ভাবি লৈছিল। অলকাক সি প্ৰকাশ্যে ক্ষমা প্ৰাৰ্থনা খুজিলেহে তাৰ উগ্ৰ মনটোক শান্তি লভিব বুলি ভাবিছিল। সি নিজকে বৰ ছুৰ্ভগীয়া বুলি মনটোকে বঢ়াই বুজাই ডাঠ কৰি অলকাক সকলো খুলি কৈ ক্ষমা খুজিম বুলি অলকাহঁতৰ ঘৰলৈ আহি, অলকাহঁত কাশ্মীৰলৈ যোৱাটো জানিছিল। সি ছুখত উভতি গৈছিল। সি বৰ ডাঙৰ দোষ কৰা বুলি ভাবি লৈছিল। এদিন জিনতুক কোলাত লওঁতে হঠাৎ তাৰ হাত অলকাৰ বুকুত লাগিছিল আৰু এদিন অলকাই কাপোৰ সলাওঁতে সি অলক্ষিতে দেখিছিল। সেইবোৰ হোৱাৰ বহুত দিন-লৈকে দেখোন অলকাই তাৰ লগত ধেমালি-ধুমলা কৰিয়েই কথা পাতিছিল আৰু তাৰ তেনে আচৰণৰ কথা মুঠতে সুং-সূত্ৰকে উলিওৱা নাছিল। সি ভাবি ভাবি কোনো কথাৰে উৱা-দিহা নাপাইছিল আৰু অজ্ঞাতে বা জ্ঞাতে কিবা দোষ কৰিলেও সি গভীৰ অনু-শোচনা কৰিছিল। এই ধনী পৰিয়ালটোৰ লগত তাৰ আকস্মিক যোগাযোগ এটা হৈছিল আৰু আকস্মিকভাৱেই খটম হৈছিল। ছুখীয়া আৰু ধনীৰ সম্বন্ধটো পৃথিৱীত সদায়ে একে বুলিয়েই সি ভাবিছিল। সি বিনা দোষতে শাস্তি খাই সদায়ে নিমাত হৈ থাকিব লাগিব বুলি সি অলকাহঁতৰ কম্পাউণ্ডৰ লোহাৰ গেটখনৰ ছুকটো

বন্ধ কৰি ওলাই আহিছিল। তাৰ হিয়া খনৰ দুকটো চিৰ জীৱনৰ কাৰণে বন্ধ হোৱাৰ দৰে লাগিছিল।

কাশ্মীৰত এসপ্তাহমান থাকিয়ে অলকাৰ আমনি লাগিছিল আৰু অন্য এখন ঠাইলৈ যাওঁ যাওঁ কৰিছিল। অমৰেন্দ্ৰ বৰ আচৰিত হৈছিল। কাশ্মীৰৰ পৰা তেওঁলোক বম্বেলৈ গৈছিল। তাতো অলকাই এইখন বৰ হুলস্থুলীয়া ঠাই বুলি বাৰে বাৰে কৈছিল। তাৰপৰা তেওঁলোক বাঁচি, তাৰ পিছত পুৰীলৈ আহিছিল। এইদৰে তেওঁলোকে বাহিৰত নবৈ এমাহ ঘূৰি গুৱাহাটীলৈ ঘূৰি আহিছিল। ফুৰাৰ পিছৰ পৰা অলকাৰ মন আৰু অধিক চঞ্চল হৈহে পৰিছিল। চিকাৰি বাঘৰ দৰে তাইৰ উন্মত কামনাটোৱে তাইক দিনে-ৰাতিয়ে খেদি ফুৰিছিল। তাইৰ সেইটো এটা নতুন ৰূপ দেখিছিল। ঘৃণিত, কলঙ্কিত, ৰাহুয়ে গ্ৰাস কৰা এটা জীৱনলৈ জীয়াই থকা একেবাৰেই অসম্ভৱ অনিবাৰ্য্যভাৱে অসহনীয় বুলি ভাবি তাই যেন উশাহ নোপোৱা হৈ পৰিছিল।

তাই উদ্ধাৰৰ উপায় চিন্তা কৰিছিল। তাই অমৰেন্দ্ৰৰ মৃত্যু কামনা কৰিছিল। অমৰেন্দ্ৰৰ মৃত্যু হ'লেই তাই জীৱনৰ কাৰণে স্বাধীন ইচ্ছাৰ জীৱন হব আৰু চিৰদিন তাই নিস্কৃত পাব বুলি ভাবিছিল আৰু সেয়ে নহ'লে তাইৰ নিজৰ মৃত্যুৱেই উত্তম উপায় বুলি ভাবিছিল। তাই নিজে নমৰিলেও তাইৰ দুৰ্দ্দান্ত কামনায়ে তাইক নেলু চেপি হত্যা কৰিব বুলি ভাবিছিল।

তাই কিয় মৰিব? কাৰ দোষত মৰিব? কাৰোবাৰ যদি মৰণৰ প্ৰয়োজন আছে তেন্তে সেইবোৰেই মৰক। অলপ মাৰাত্মক বিষৰ কথা ভাবিছিল। একনিমিষতে মৃত্যু অনা অকনমান, মাত্ৰ এফোটা পটাচিয়াম চাইনড ক'ত পোৱা যায়? জাউৰীয়ে জাউৰীয়ে তাইৰ মনত প্ৰশ্ন জাগিছিল। "কিবা এটা অচিৰে বিচাৰ কৰি ঠিক কৰা



যাওঁক। মই মৰিম নে অমৰেন্দ্ৰ? কোন? এটা শেষ সিদ্ধান্ত কৰিবই লাগিব। সেই সিদ্ধান্তটো কি?

মৃত্যু? কাৰ? সঠিক মৃত্যু কাৰ হব? পোনতে এটা লক্ষ্য ঠিক কৰি লব লাগিব? এটা মৰিবই লাগিব। যেয়ে লাগে থাকক, এটাৰ মৃত্যু নিশ্চিত হ'লেই আনন্দ লাগিব। এটাৰ মৃত্যুৱেহে মুক্তি আনিব। মৃত্যু, মৰণ চিৰ নিদ্ৰা। আস্ এই মৃত্যুটো কি? আন্ধাৰ, শূন্য। আৰু এই শূন্যই মোৰ জীৱনৰ কাৰণে ভাল, সুখৰ। কিন্তু জিনতুৰ কি হব?

জিনতু যেনে-তেনে বাচি থাকক।

অমৰেন্দ্ৰ নহ'লেও সি ডাঙৰ হব। মই নহ'লেও সি বাচি থাকিব। মাতৃহীন হৈ সি বাচি থাকিব নে? জিনতু মাতৃহীন?? অহহ্!!! নহয়। মোৰ জীৱনত জিনতু ডাঙৰ প্ৰশ্ন নহয়।

নহয়, নহয় নহয়। জিনতু কি হব?

জিনতুৰ?

জিনতু পিতৃহীন হব কিন্তু মাতৃহীন নহয়। জিনতুয়েই মোৰ সৰ্ব্বস্ব। জিনতুকলৈয়ে মই পবিত্ৰ জীৱন যাপন কৰিম।"

খুনলুঙ বাহিৰৰ পৰা ঘূৰি অহাৰ পিছত তাই বছৰেকীয়া ছুটিত চেৰাপুঞ্জীৰ তাইৰ নিজ ঘৰলৈ গৈছিল আৰু তাইৰ ঠাইত আন এজনী নতুন আয়াক কাম কৰিবলৈ দি থৈ গৈছিল। অমৰেন্দ্ৰও বিশেষ জৰুৰী কাম এটাত দুদিনৰ কাৰণে যোৰহাটলৈ গৈছিল।

অলকাৰ নিজান নিজান ভাব এটা হৈছিল। ৰাতিপুৱা শুই উঠিয়েই আজি বসন্তলৈ মনত পৰিছিল। বসন্তক আহিবলৈ মানা কৰাৰ কাৰণে তাই দুখ কৰিছিল। সময়বোৰ নাযায় নুপুৱাই যেন লাগিছিল। বসন্তৰ কথা তাই বৰ বেছিকৈ ভাবিছিল।

তাইৰ বলিয়ালি, খামখেয়ালীৰ কাৰণে বিনা দোষত বসন্তক কিয় সিহঁতৰ ঘৰলৈ তাই আহিবলৈ মানা কৰিছিল? কাশ্মীৰ,

বম্বেত আৰু সকলো ঠাইতে বসন্তৰ অনুপস্থিতিয়ে তাইৰ ভ্ৰমণটো ৰংহীন কৰি পেলাইছিল। তাক লগত লৈ নোযোৱাটোৰ কাৰণে তাই নিজকে বুৰ্ব্বক আৰু মূৰ্খ বুলি ভাবিছিল।

গুৱাহাটীলৈ আহিয়ে তাক তৎক্ষণাতে মাতি আনিম বুলি তাৰ কোনো খবৰেই লোৱা নাছিল। আজি থক, কাইলৈ বাৰু মাতিম বুলি নিতৌ তেনেকৈয়ে ভাবি মনতে নিতৌ তাৰ কাৰণে তাই ধৰফৰাই মৰিছিল। তাই কেতিয়াবা অমৰেন্দ্ৰৰ পৰা সম্পূৰ্ণ নিস্কৃতি পোৱাৰ কথা ভাবিছিল। তাৰ পিছত কোনোবা এটাৰ লগত স্বাধীন ইচ্ছাৰ জীৱন; আকাশত চাং পাতি মাজে মাজে ভাবিছিল আৰু কেতিয়াবা জিনতুকলৈ নিৰ্ম্মল জীৱন যাপন কৰিবলৈ দৃঢ় সংকল্প কৰিছিল আৰু কেতিয়াবা কামনাৰ ভোক গুছাবলৈ অস্বাভাৱিক পথবোৰৰ কথাও ভাবিছিল! তাই এটা চক্ৰত ঘূৰিছিল আৰু তাৰ দ্ৰুত গতিৰ ঘূৰণৰ পৰা হাত সাৰিব পৰা নাছিল। এবাৰ কথা পাতি মনটো ভাল লগাবলৈ আজি তাইৰ কোনো নাই বুলি ভাবি শেষত বসন্তক মাতি আনিবলৈ সিহঁতৰ দাৰোৱানটোক বসন্তৰ নামত এখন চিঠি দি শান্তি কুটিৰলৈ পঠাইছিল। দাৰোৱানটোৱে ঘূৰি আহি বসন্তক লগ নাপায় চিঠিখন মেচৰ চাকৰ ল'ৰাটোকে দি অহা বুলি কৈছিল।

বসন্তই এটা চাকৰিৰ কাৰণে সেইদিনা পাণ্ডুলৈ গৈছিল। বহুত দিনৰ মূৰত বসন্তক লগপোৱা আশাৰ হাঁহিটো তাইৰ তৎক্ষণাত কলা ছাঁইৰ দৰে হৈ পৰিছিল। তাই গোটেই দিনটো বসন্তৰ কাৰণে বৈ বৈ আমনি পাইছিল। গধূলি হৈ ৰাতি হৈছিল। তাই নিজকে খিক্কাৰ দি দি ভাবিছিল আৰু শেষত তাইৰ অসুখৰ মূল সূত্ৰটো ধুই পখালি উলিয়াছিল। তাইৰ জীৱনত আটাইতকৈ যিটোৰ প্ৰয়োজনেই বেছি তাই তাকে গৰ্ব্বৰে অৱহেলা কৰিছিল আৰু অৱহেলাৰ ফলস্বৰূপে তাই পাইছিল হা-হুতাশ। ডেকা চাকৈটো নহ'লে গাভৰু চাকোৱাজনী আকাশত শূন্য বিননি লৈ ৰাতি থাকিব



পাৰে নে? তাই চাকোৱাজনীৰ দৰে ইননি-বিননি তুলি বিলাপ কৰিছিল আৰু চাকৈ আহিব বুলি বৰ আশাৰে বৈ আছিল। দুদিন দুৰাতি তাইৰ বহু যুগ বহু দিন যেন লাগিছিল।

তাইৰ যৌৱনে গৰজি চিঞঁৰি উঠিছিল। সেই চিঞঁৰ ধ্বনি বতাহত বিলীন হৈ গৈছিল বুলি ভাবিছিল। পৃথিবীৰ ডেকা শক্তি ধুমকলা হল বুলি ভাবিছিল। এটা সুসজ্জিত বিলাস কোঠা, সুন্দৰ দামী পালেঙত কোমল বিছনা, বিলাস ভক্ষণ, যৌৱনৰে পৰিপূৰ্ণ উদাত্ত এজনী কামতুৰা অকলশৰীয়া স্বাস্থ্যৱতী ৰূপহী। এটা বলিষ্ঠ ডেকাক তাই জোৰেৰে সাৰতি নিস্পেষিত কৰি জীৱন ৰণৰ কাৰণে তাই বিচাৰি পোৱা নাছিল। তাইৰ অন্তৰৰ নিষ্ফল ক্ৰন্দন ধ্বনি নিজেই গুমৰি উঠা শুনিছিল।

তাই পালেঙখনত তললৈ পেট পেলাই গাৰুত মূৰ দি সাৰসিৰিকতি নোহোৱাকৈ পৰি আছিল। তেতিয়া প্ৰায় ৰাতি দহোটা বাজি গৈছিল। তাইৰ চিন্তাৰ ভাগৰত তন্দ্ৰাৰ ভাব এটা আহিছিল।

"বাইদেউ বাই...দেউ!"

আকৌ দুবাৰ মাতি কোনোবাই তাইৰ ওচৰতে বৈ থকা যেন তাই অনুমান কৰিছিল।

"বাইদেউ।"

তাইৰ ভৰিত, কলাফুলত কোমলকৈ হাত দিয়া তাই গম পাইছিল। সেই মাতটো আকৌ শুনিবলৈ তাইৰ ডাঙৰ মোহ এটা হৈছিল। তাই নিসাৰে থাকি সেই মাতটো আকৌ শুনিবলৈ বুলি এনেয়ে টোপনিৰ ভাওঁ ধৰি পৰি আছিল।

"বাইদেউ।"

"বাইদেউ।"

"অলকা... বাই.... দেউ?"

অলকাই সহাৰি দিম নে নিদিম বুলি ভাবিছিল

"বাইদেউ মোক ক্ষমা কৰক।"

"কিহৰ কাৰণে ?" অলকাই আৰু থাকিব নোৱাৰি তেনেকৈয়ে থাকি কৈছিল।"

"ভুলৰ কাৰণে !"

"কি সেই ভুল ?"

"এদিন হঠাৎ অজ্ঞাতে মোৰ হাতখন আপোনাৰ স্তন যুগলত লাগিছিল।"

"আৰু ?"

"আৰু এদিন ।"

"বৈ আছা কিয় ?"

"আৰু এদিন দেখিছিলো, আপুনি কাপোৰ সলাওঁতে !"

"অ, সেই কাৰণে ।"

"হয় ।"

"সেই কাৰণে উপযুক্ত শাস্তি পাবা ; কিন্তু মোৰ দোষৰ কাৰণে কি শাস্তি দিবা ?"

"কি অদ্ভুত কথা কৈছে ?"

"তোমাক এনেয়ে ইয়ালৈ নাহিবলৈ কোৱাৰ কাৰণে ?"

"মই দোষ কৰিছিলো কাৰণেহে ?"

"কিন্তু তাতোকৈ মই বেছি দোষ কৰিছিলো ?"

"কি যে কৈছিল ?"

"ও ! তোমাৰ বলিষ্ঠ যৌৱনক মই অপমান আৰু অৱহেলা কৰাৰ কাৰণে কি শাস্তি ?"

"ছিঃ ছিঃ । মোকনো কত অৱহেলা কৰিছিল ?"

"সচাকৈয়ে কৰাৰ কাৰণে নিজেই শাস্তি ভুগিছো ।"

"বসন্তৰ হাতৰ পৰশত অলকা কেতিয়াবাই চঞ্চল আৰু অধীৰ হৈ পৰিছিল। তাইৰ শৰীৰটো স্প্ৰীংৰ দৰে হৈ পৰিছিল । চিকাৰী বাঘিনী এজনীৰ দৰে অলকা উন্মত্ত হৈ পৰিছিল । তাইৰ কামনা-টোৱে নকৈ মোট্ সলাই আগতকৈও তজবজীয়া হৈ মেৰাক



তুলি কেৰমৰকৈ ফেট্ তুলি উঠিছিল । হঠাৎ অলকাই বাগৰ সলাই ভৰি পাঠানৰ পৰা নিজৰ বুকুৰ ওপৰলৈ জোৰেৰে বসন্তক টানি নিছিল । বসন্তই এনে এটা অৱস্থাত হঠাৎ পৰিম বুলি কেতিয়াও ভবা নাছিল । অনভিজ্ঞ বসন্তই বৰ ভয় খাইছিল আৰু নিজকে এৰুৱাবলৈ পোনতে টনা-টনি কৰিছিল । তাৰ উশাহ-নিশাহ বন্ধ হৈ যোৱাৰ দৰে লাগিছিল । সি নিশকতীয়া বোধ কৰিছিল আৰু অঠ কণ্ঠ শুকাই যোৱা শব্দৰে কৈছিল, "বাই-দেউ !!! কোনোবাই দেখিলে সৰ্ব্বনাশ ।"

"তাৰ কাৰণে তুমি অকনো ভয় কৰিব নালাগে ।"

অলকাই বেড চুইচটো টিপি দিছিল । কোঠালিটো আন্ধাৰ হৈ পৰিছিল । হঠাৎ জিনতুৱে ওৱা মা—ওৱা মা—ওৱা মাকৈ" সিটো কোঠাত কান্দি উঠিছিল ।

অলকাই জিনতুৰ ওচৰলৈ যাবলৈ বুলি জোৰকৈ উঠিব খুজিছিল ; কিন্তু বসন্তই অলকাক যাবলৈ দিয়া নাছিল ।

বসন্তৰ নবীন যৌৱন শক্তিমন্ত হৈ উঠিছিল । তাৰ শিৰে শিৰে তেতিয়া গৰম লাভা বৈ গৈছিল । দুয়ো কামনাত দেই পুৰি গৈছিল । দুয়ো উগ্ৰ হৈ উঠিছিল ।

দুটা উত্তপ্ত যৌৱন পশুৰ দৰে কামোন্মত্ত হৈ পৰিছিল । দুয়ো ৰাতি উজাগৰে কটাইছিল ।

জিনতুৱে ৰাতি মাজে মাজে "ওৱা মা, ওৱা মাকৈ" মাতৃহীনা সন্তানৰ দৰে ৰাউসী জুৰি কান্দিছিল ।

কামনাৰ দুৰ্জ্জয় গৰ্জ্জনত অলকাই সেই কান্দোনো শুনা নাছিল ।

অমৰেন্দ্ৰ নোহোৱাৰ কাৰণে দুয়ো নিৰ্ভয়ে বহুত পৰলৈকে শুই আছিল । অলকা উঠি হাত-মুখ ধুই বসন্তক একাপ চাহ অলকাই আজি নিজেই তৈয়াৰ কৰি খাবলৈ দিছিল । মধুৰ

কামভোগত সিহঁতৰ সন্তোষৰ লাজকুৰীয়া হাঁহি মুখত বিৰিঙি উঠিছিল। দুয়োৰো চেহেৰা দুটা ফুলকোমল হৈ ফুলি উঠিছিল। চকুত কামনাৰ চুৰমাই ৰং বোলাই দিছিল।

অলকাই গা-পা ধুই আগেয়ে পিন্ধা দামী সাজ পিন্ধিছিল। খদ্দৰৰ কাপোৰ সোপা পুৰণা ট্ৰাঙ্ক এটাত ভৰাই থৈছিল। দুপৰীয়া দুয়ো একেলগে ভাত খাইছিল। অলকাই মাছ, মাংস খোৱাৰ কাৰণে বসন্তই সুধিছিল।

"বাইদেউৰে দেখোন আকৌ আমিষ খাইছে।"

"তুমি মোৰ ব্ৰত ভাঙিম বুলি কোৱা কথাষাৰ পাহৰিলাই নে ?"

"এঃ পাহৰিছিলোৱেই।"

দুয়ো খিলখিলকৈ হাঁহিছিল।

"আপুনিও কিন্তু মোৰ জীৱনৰ ব্ৰত প্ৰায় ভাঙিলে।" বসন্তই ৰহস্যৰে হাঁহি কৈছিল।

"এনে ব্ৰত প্ৰথম ভঙা ভাঙিত অন্তৰ ভৰি যোৱা সুখ পোৱা যায় ? সেই মুহূৰ্ত্তটো সকলোৰে আমৰণ মনত থাকে ? তোমাৰো থাকিব ?

"নিশ্চয়।"

এই কেইদিন ৰাতি বসন্ত অলকাহঁতৰ ঘৰতে আছিল। ভাতে খোৱা-লোৱাও কৰিছিল। জীৱনত নোপোৱা এই তৃপ্তি পাই সি বিভোৰ হৈ পৰিছিল। অলকাইয়ে তাৰ জীৱনৰ অমৃত ভাণ্ডাৰটোৰ দুৱাৰখন খুলি দিয়া যেন বোধ কৰিছিল। কামনাৰ কামোৰত বসন্ত লেউ-সেউ হৈ পৰিছিল।

চতুৰ্থ ৰাতি অলকাই বসন্তক কৈছিল, "মোৰ এই কামনাৰেই তুমি মোক নিঃশেষ কৰি দিয়া। মোক তুমিহে মুক্তি দিব পাৰিবা বসন্ত।"



বসন্তই বিলাস ভাবেৰে কৈছিল, "আপুনি আৰু মই সদায় একেদৰেই থাকিম। নিঃশেষ কৰি কোনেও কাকো শেষ কৰিব নোৱাৰে। আমি দুয়ো অনন্ত যৌৱন।" সেইদৰে দুয়োৰো ৰাতি পুৱাইছিল।

অলকাই এই কেইদিন জিনতুৰ তেনেকৈ খবৰ লবলৈকে যেন সময় কৰিব পৰা নাছিল। আশঙ্কাত জিনতুক কোলাত লবলৈও যেন সঙ্কোচবোধ কৰিছিল।

সেইদিনা ৰাতিপুৱাই কালিলৈ অমৰেন্দ্ৰ আহিব বুলি অলকাই ফোনেৰে খবৰ পাইছিল। বসন্ত, অলকা দুয়ো এই খবৰত গহীন হৈ পৰিছিল।

আজি শেষ ৰাতি বুলি দুয়ো ৰাতিটোক অভিশাপ দিছিল। অলকাই বসন্তক কৈছিল, "এই উত্তেজনাৰ তৃপ্তিতেই মোক হত্যা কৰি পেলোৱা বসন্ত। তোমাৰে মোৰে এই ৰাতিয়েই হয়তো শেষ ৰাতি ?"

"আমাৰ যৌৱন চিৰ বসন্ত হৈয়ে ৰব। এই ৰাতি আমাৰ সদায় হব। আপুনি কি কথাবোৰ কৈছে ?"

দুয়ো ভৱিষ্যত জীৱনৰ পৰিকল্পনাৰ আলোচনা কৰিছিল আৰু দুয়ো উজাগৰে ৰাতি কটাইছিল।

অমৰেন্দ্ৰই অলকাৰ মন প্ৰফুল্লিত আৰু স্বাস্থ্যৰ উন্নতি দেখি আচৰিত হৈছিল। অলকাৰ পৰিবৰ্ত্তন দেখি নিজেও দুশ্চিন্তাৰ পৰা হাত সাৰিছিল।

কিছুদিন গৈছিল।

অলকাই বসন্তৰ লগত হলিগলি কৰাটো অমৰেন্দ্ৰৰ অসহ্য হৈছিল। এইবোৰ ভাতৃ-প্ৰীতি বুলি ভাবি ললেও মনতে বহুত কিবা-কিবি আশঙ্কা কৰিছিল। কওঁ কওঁ বুলিও অলকাক একো কব পৰা নাছিল। নিজেই বুকুত আৰু একুৰা তুঁহ জুই বান্ধি নিজেই পুৰি মৰিছিল। অলকাৰ নিতোল দেহাই তেওঁক দুৰ্ব্বাৰ আকৰ্ষণ কৰিছিল

আৰু নিজৰ অতৃপ্ত বাসনাটো। তেওঁ জপাতে সাঁফৰ মাৰি থব লগা হোৱাত একালে বসন্তৰ প্ৰতি ঈৰ্ষাত আৰু নিজৰ অসাৱতাত নিজেই দিনে ৰাতিয়ে ধৰফৰাই মৰিছিল। তেওঁক মনমৰা ভাবে আক্ৰমণ কৰিছিল আৰু অৱসাদ আৰু ক্লান্তি অনুভৱ কৰিছিল।

কামনাৰ পৰিতৃপ্তিৰ ন ন উপায় চিন্তা কৰিছিল আৰু কোনো-পধো কোনো উপায় নেদেখি নিজেই আগতকৈও গুমৰি মৰিছিল। তেওঁৰ ভাস্কৰলৈ মনত পৰিছিল। সেইদিনাই ভাস্কৰৰ বিয়াৰ নিমন্ত্ৰণী চিঠি এখন তেওঁ পাইছিল। ভাস্কৰৰ আৰু ইমান দিন কোনো খবৰেই তেওঁ পোৱা নাছিল। শিক্ষিতা নাগিনী ছোৱালী এজনীৰ লগত তেওঁৰ কহিমাতে বিয়া।

"ভাস্কৰটো থকাহেঁতেন মোৰ মনটো বুজি পালেহেঁতেন, এটা ত্যাগ নকৰিলে এটা ভোগ কৰিব নোৱাৰি। অলকা আৰু ভাস্কৰ। সাময়িকভাৱে অলকাক ত্যাগ কৰি এটা জীৱনৰ দুৰাকাঙ্খা চৰিতাৰ্থ কৰিব পাৰিলোহেঁতেন। হয়তো অলকাও মোৰ প্ৰতি চিৰকৃতজ্ঞ হৈয়ে ৰ'লহেঁতেন। সময়মতে কামবোৰ নকৰিলে পিছত পস্তাব।

নাই নাই, এটা কমবয়সীয়া ল'ৰাক লাই দিব নোৱাৰি। কথাবোৰ গৌৰৱ কৰি সি গোটেই খনতে জাহিৰ কৰি ফুৰিব। মোৰ কাৰণেই যে অলকা বেয়া হৈছে সেই কথাটো যাকে তাকে কৈ ফুৰিব। ওগো ওহো, ঠিক নহয়, ঠিক নহব।

তিনি মাহ এনেকৈয়ে পাৰ হৈ গৈছিল। বসন্তই ৰেলৱেত এটা ভাল চাকৰি পাইছিল আৰু পাণ্ডুতে থাকিবলৈ সি ৰেলৱেৰ এটা ঘৰো পাইছিল। সি সময় কৰি প্ৰায়েই অলকাক দেখা দিছিল।

দুয়ো আকৌ ভূকীয়া হৈ পৰিছিল। সময় সুবিধাৰ কাৰণে দুয়ো নিৰলে আলোচনা কৰিছিল।

অলকাক এদিন সি পাণ্ডুলৈ, তাৰ ঘৰটোলৈকে লৈ গৈছিল আৰু অমৰেন্দ্ৰৰ ক'টৰপৰা ঘূৰি অহাৰ আগতে অলকা ঘূৰি আহিছিল।



কামনাৰ পৰিতৃপ্তিৰ লগে লগেই আকৌ সিহঁতৰ দুগুণ পিয়াহ লাগিছিল। পিয়াহ গুচাবলৈ সিহঁত কেতিয়াবা বলিয়া হোৱাৰ দৰে হৈছিল। চল বুজি দুই এদিন আৰু এনেকৈয়ে চলিছিল। এনে কামৰ পৰা বিপদ বেছিহে বুলি দুয়ো আলোচনা কৰি আকৌ অন্য উপায় চিন্তা কৰিছিল। সিহঁতৰ কামত বাধা হোৱাত সিহঁতৰ ইচ্ছাত জোৰেৰে জোৱাৰ ভাটাৰ পানীগছহে উঠিছিল। দিন যিমানে গৈছিল সিহঁতে মিলনৰ দুৰাকাঙ্খাত আৰু অধৈৰ্য্য হৈ পৰিছিল। এদিন শনিবাৰে বসন্তক অলকাই ৰাতি ভাত খাবলৈ ৰাখিছিল। অমৰেন্দ্ৰই কথাটো ভাল নাপালেও মনে মনে আছিল। ভাত খাই উঠি অলকাই বসন্তক নিজৰ কোঠাত মনে মনে বুদ্ধি কৰি ৰাতি ৰখাটো পাঙিছিল। এইটো বিপদজনক বুলি জানিও বসন্তই অলকাক পতিয়ন গৈ থাকিবলৈ ৰাজি হৈছিল। ভাত পানী খাই উঠি অমৰেন্দ্ৰই অলকাৰ শোৱা কোঠাটোত আগৰে পৰা দীঘল দি পাৰ বহুত ৰাতিলৈকে অলকাৰ লগত কথা পাতি আছিল। বসন্ত গুচি যাবলৈ বাধ্য হৈছিল আৰু অলকাই ৰাতিটো তপত খোলাত পৰি ছটফটাই কটাইছিল। সিটো শনিবাৰে আকৌ বসন্ত আহিছিল। অলকাই সেইদিনা বসন্তক গুপুতে কৈছিল।

এটা দৃঢ় সিদ্ধান্ত নললে সিহঁতে সদায়ে এনে দুৰ্ভোগ ভুগিব।

সিহঁতে সেই দৃঢ় সিদ্ধান্তৰ বিষয়ে নানা আলোচনা কৰিছিল। বহুত উপায় উলিয়াইছিল। সিহঁতে বহুত মনতে ভাঙিছিল আৰু ন ন কথা পাঙিছিল। কোনটো সহজ, কোনটো ভাল, কোনটো কম বিপদজনক তাৰ কথা দকৈ ভাবিছিল। এটা সিদ্ধান্ত কৰি সেইটো আকৌ আলোচনা কৰি দেখিছিল যে সেইটোহে আটাইতকৈ বিপদজনক বেছি। সিহঁতে কেইবাদিনো আৰু ৰহস্যঘন আলোচনা কৰি একো এতিয়ালৈ ঠিক কৰিব নোৱাৰিছিল। সিহঁত আৰু উদগ্ৰহৈহে পৰিছিল।

হঠাৎ। এই হঠাৎতো—অলকা, বসন্তৰ কাৰণে অভাৱনীয় আছিল। এদিন হঠাৎ তিনি দিনৰ কাৰণে আমেৰিকান ডাক্তৰ এজনক লগ পাবলৈ বুলি অমৰেন্দ্ৰ চিলংলৈ গৈছিল। ডাক্তৰজনে ভাৰতৰ নানা ঠাইৰ হস্পিতেলবোৰ চাই ফুৰিছিল আৰু স্থানীয় চিকিৎসক সকলক বিশেষ পৰামৰ্শ দিছিল। তেওঁ যৌন তত্ত্বৰ বিশেষজ্ঞ আছিল। কামনা অক্ষম মানুহৰ মানসিক ব্যাধি তেওঁ চিকিৎসাও কৰিছিল। কিছুৰে সুফল পোৱা বুলি এটা ডাঙৰ জনৰব ওলাইছিল আৰু তেওঁক লগ ধৰিবলৈ নানা ঠাইৰ পৰা মানুহ লৰি গৈছিল।

বসন্ত—অলকাহঁতৰ তাত দুটা ৰাতি আছিল। অমৰেন্দ্ৰই তিনি দিন থাকিম বুলি দুদিনতে ঘূৰি আহিছিল। ৰাতি তেওঁ প্ৰায় ২ টা মান বজাত ঘৰ পাইছিল। তেওঁৰ ঘৰৰ সকলো তেতিয়া শুই নিৰপালি দিছিল। দাৰোৱানে লোহাৰ গেটখন খুলি দিয়াৰ লগে লগে তেওঁ গাড়ীৰ পৰা নামিয়েই ছিড়িৰে উঠি ওপৰ মহলালৈ অলকা শোৱা কোঠাৰ পোনে পোনে গৈছিল। অলকা শোৱা কোঠাটোৰ পৰ্দা লগাই থোৱা বন্ধ খিড়িকিৰ আয়নাৰে তেওঁ পোহৰ দেখিছিল আৰু কোনোবাই ফুচ ফুচাই কথা পতা শুনিছিল। তেওঁ বাৰান্দাখনেৰে ভৰিত সাৰে গাৰ সাৰে কোনো শব্দ নকৰি আগ বাঢ়িছিল। কোঠাটোৰ দুৱাৰখনৰ ওচৰত তলকামাৰি কাণ ঠিয়কৈ ভিতৰৰ কথা তেওঁ শুনিবলৈ যত্ন কৰিছিল। কোঠাটোৰ ভিতৰৰ মানুহটোক অনুমান কৰিবলৈ যত্ন কৰিছিল। কোঠাটোৰ ভিতৰ চাবলৈ তেওঁ উদগ্ৰীৱ হৈছিল আৰু খৰতকীয়া উপায় কি আছে তাৰ কথাও ভাবিছিল।

এটা হাঁহিৰ অস্পষ্ট খলকণি তেওঁ শুনিছিল। ফুচফুচীয়া কথা কিছুমানে তেওঁক অধীৰ কৰিছিল। চুপুক্ চপক্ শব্দ কিছুমান তেওঁ শুনিছিল।

লোহাৰ প্ৰীং কিছুমান একেলগে হেন্দোলি শব্দ কৰিছিল। তেওঁ দুৱাৰত, খিড়িকীত ভিতৰখন চাব পৰা অকনমান এটা ছিদ্ৰ



বিচাৰিছিল। তেওঁ অধৈৰ্য্য হৈ পৰিছিল। বিচাৰি তেওঁ তেনে সুবিধা নেদেখি দুৱাৰখন এনেয়ে খেপিয়াইছিল আৰু হঠাৎ দুৱাৰ তলাৰে বন্ধ কৰা "কি হ'ল"টোত তেওঁৰ তৰ্জনী আঙুলিটো পৰিছিল।

আঙুলি পৰাৰ লগে লগে তেওঁ কুজাহৈ ফুটাটোত বাওঁ চকুটো দি ভিতৰখন চাবলৈ খুব যত্ন কৰিছিল। এই ফুটাটোৰে এটা চিকাৰিৰ একাণপতীয়া দৃষ্টিৰে কোঠাটোৰ ভিতৰৰ লক্ষ্যটো উলিয়াবলৈ যত্ন কৰিছিল। তেওঁ ভালকৈ একো মনিব পৰা নাছিল। পালেঙখন আন্ধাৰ পোহৰৰ মাজত আছিল আৰু বহুত পৰ চাই থাকোতে তেওঁ মাথো পালেঙৰ মূৰৰ শিতানটো দেখিছিল। বুকুলৈকে সংলগ্ন দুটা শৰীৰ মাথো আংশিকভাৱে দেখিছিল। তেওঁৰ কণামুনা লাগিছিল। দুৱাৰখন জোৰেৰে ভাঙিবৰ কাৰণে তেওঁৰ প্ৰৱল ইচ্ছা এটা হৈছিল আৰু পৰাক্ৰমহীনতাৰ কাৰণে নিজকে বাৰে বাৰে ধিক্কাৰ দিছিল। কেবাবাৰো দুৱাৰখন শব্দ নোহোৱাকৈ ঠেলিছিল। এটা গৰালত সুমোৱা বাঘৰ দৰে তেওঁ ইফালে সিফালে গৈছিল। ভিতৰলৈ সোমোৱা পথ এটা চিন্তা কৰিছিল।

তেওঁ ফুটাটোৰে আৰু কিবা দেখা পাম বুলি চাইছিল। মনত তেওঁৰ প্ৰচণ্ড ঈৰ্ষাৰ শিহৰণ এটা বৈ গৈছিল। এটা ঈৰ্ষাৰ দৈত্য তেওঁৰ অন্তৰত উপজি কোৱা কোৱাকৈ নিঃসহায়ভাৱে ফেঁকুৰি ফেঁকুৰি কান্দিছিল। উপায়হীন হৈ শেষত তেওঁ দুৱাৰখন ভুকুৱাইছিল আৰু আৰ্তনাদ কৰিছিল।

"অলকা।"

অকমমান নিতাল মাৰি আকৌ তেওঁ জোৰেৰে চিঞৰিছিল।

"অলকা।"

অলকাই সাউৎকৰে দুৱাৰখন খুলি ফেটতোলা সাপিনীৰ দৰে অমৰেন্দ্ৰৰ আগত ঠিয় হৈছিল। তাইৰ মূৰৰ আউলী-বাউলী চুলি বোৰেহে তাইৰ বুকুৰ এফাল ঢাকি ৰাখিছিল। তাই কঁপিছিল।

অমৰেন্দ্ৰৰ আকস্মিক আৰ্বিভাৱত তাই বিচুত্তি খাই তত নোহোৱা হৈছিল। অলকাৰ চামুণ্ডাৰ মূৰ্ত্তিটো দেখি অমৰেন্দ্ৰ কিছুপৰ থৰ লাগি ৰৈ বিমূঢ় হৈ আছিল। তেওঁ অলকাক অবাক হৈ চাই থাকোতেই বসন্তই গাধোৱা ঘৰৰ দুৱাৰ খুলি তৎক্ষণাত বাহিৰৰ ফালে গুচি যোৱা দেখিও তেওঁ নিৰ্ব্বাক হৈ এবাৰ চাই আকৌ অলকালৈ চাইছিল। কামনাৰ অতৃপ্তি আৰু হঠাৎ এনে পৰিস্থিতিত পৰি অলকাই নিজকে পাহৰি যোৱাৰ নিছিনা হৈছিল। তাই চকুৰে উল্কা দেখিছিল আৰু চাৰিওফালে জুই জ্বলাৰ নিচিনা লাগিছিল। তাইৰ গা পুৰি দেই যোৱাৰ নিছিনা লাগিছিল। অমৰেন্দ্ৰই অলকাক কিবা কম কম বুলি কবলৈ একো শব্দই নাপাইছিল। এবাৰ হঠাৎ অলকাক বাৰান্দাৰ বাহিৰৰ ফালে জোৰেৰে টানি নি ছিড়িটোৰ মুখত ঠিয় কৰাই জোৰেৰে অলকাক তললৈ গটা মাৰি দিছিল। অলকাই তম্ভিব নোৱাৰি ছিড়িটোৰে বাগৰি বাগৰি তলৰ মহলৰ পৰা মজিয়াখনত কপালখন দি পৰিছিল। কপাল ফাটি তাইৰ তেজ ওলাইছিল। অমৰেন্দ্ৰ ভিতৰত সোমাই অলকাই পিন্ধা কাপোৰবোৰ অলকাৰ গালৈ দলিয়াই দি মাথো কৈছিল, "ব্যভিচাৰিণী··· ··· বেশ্যা।"

তেওঁ শোৱা কোঠাৰ দুৱাৰখন "ঘুকম" কৈ বন্ধ কৰি জোৰেৰে হুকটো লগাই দিছিল।

অলকাই পকা মজিয়াতে বহুত পৰ তেনেকৈয়ে পৰি আছিল। মূৰটো তুলি হাতেৰে কপালখন চাই পিছল অনুভৱ কৰিছিল আৰু মূৰটো বৰ বিষাইছে যেন লাগিছিল। তাইৰ গালেৰে দুধাৰ তেজ বৈ গৈছিল। চকুযোৰ তাইৰ শুকান হৈয়ে ৰৈছিল। তাই উঠি কাপোৰ-কানি পিন্ধি সংযত হবলৈ যত্ন কৰিছিল। ওপৰ মহলালৈ তাই বৰ কেঁকাই কেঁকাই উঠি গৈ তাই শোৱা কোঠাৰ দুৱাৰখন জোৰেৰে ঢকিয়াই দিছিল আৰু চিঞৰিছিল, "জিনতু, জিনতুক দি দিয়া। জিনতুক···মোক দি···দিয়া....জিনতুক, উঃ উঃ।"



অমৰেন্দ্ৰই ভিতৰৰ পৰা মঙ্গলবৰীয়া জ্বৰত ভালুকে গোৰ গোৰোৱাৰ দৰে কৈছিল, "একেলগে দুয়োকে একে গুলিয়েই শেষ কৰি পেলাম।"

"এই কথাত হঠাৎ এটা ফেটি সাপে ফনা তুলি তাইক লৰি দংশন কৰিবলৈ অহাৰ দৰে তাই ভয় খাই চিঞৰি উঠিছিল, "নহয়··· নহয়··· নহয়।"

তাই বাৰান্দাখন একে চাবেই পাৰ হৈ তললৈ থৰক-বৰককৈ কিবা নিচা খাইহে যেন খোজ দি নামি গৈছিল।

এনেতে অমৰেন্দ্ৰই দুৱাৰখন খুলি জিনতুক দুৱাৰখনৰ বাহিৰত ঠেকেচকৈ পেলাই আকৌ দুৱাৰৰ হুক বন্ধ কৰি দিছিল। জিনতুৱে গগণফালি ৰাউসী জুৰি কান্দিছিল। নামি যাওঁতে অলকাই শুনিছিল, "ওৱা মা, ওৱা, ওৱা মা।"

তাই কাণ দুখনত দুয়ো হাতেৰে চেপা মাৰি ধৰি কানি মুনিকৈ বাহিৰৰ গেটখনৰ ফালে প্ৰত্যেক খোজতে হামকুৰি খাই পৰি যোৱাৰ দৰে বেগাই গৈছিল। আলেখ-লেখ চাই থকা বসন্তই আন্ধাৰৰ মাজৰ পৰা ওলাই অলকা পৰি যোৱাৰ পৰা সাউৎকৰে সাৰটি ধৰিছিল আৰু দুয়ো ৰাজপথলৈ ওলাই গৈছিল।

কামনাৰ ৰাজপথত দুয়ো থৰক-বৰকৈ ধৰাধৰিকৈ আগ বাঢ়িছিল।

ৰাতি তেতিয়া দুটা বাজিছিল।

জিনতুৰ "ওৱা মাওৱা" কান্দোনটো গহীন আন্ধৰ ৰাতি চাৰিওফালে বিয়পি বহুত দূৰৈলৈকে শুনা গৈছিল।

অলকাই বহুতদূৰ আগবাঢ়ি আহি এই কান্দোনটো শুনি আলিত থমকি ৰৈছিল, ৰ' লাগি আকৌ শুনি পিছুলৈ খোজ দিব খোজোতেই মূৰ আচন্দ্ৰাই কৰি বসন্তৰ কান্ধত মূৰটো দি আউজী ৰৈছিল। বসন্তই আগবঢ়াই লৈ গৈছিল।

বান্ধ লগোৱা উত্তেজিত বলধৰ দৰে অমৰেন্দ্ৰই আন দমৰাক শিঙেৰে খুচি ওফোৰাই পেলাই আৰু চিৰজীৱন অলকাক ৰখি থাকিম বুলি ভাবি থাকোতেই হঠাৎ এটা খোচ মাৰি দিছিল । সেই খোচটো পালখোৱা দমৰাৰ গাত নপৰি গাইজনীৰ গাতেহে পৰিছিল আৰু নিজৰ শিঙজোৰহে ঘাইল হৈ লাউমূৰা মূৰটো উকা উকা যেন অনুভৱ কৰিছিল । অকনো তলকিব নোৱাৰা ঘটনাটোৰ পিছত অমৰেন্দ্ৰৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল । তালু মূৰ ভমভমাই জ্বলি যোৱা যেন পাইছিল। মূৰ ঘূৰাই গাত কলা মৰ ঘাম ওলাইছিল। অসম্ভৱ গৰম অনুভৱ কৰিছিল আৰু চিন্তাশক্তি বিলোপ হোৱাৰ দৰে হৈছিল। পোনতে উন্মত্ত হৈ শেষত একেবাৰে অৱসাদ, হতাশ হৈ পৰিছিল ! তেওঁৰ মনটো একেবাৰে মৰি গৈছিল।

তেওঁ এনে দুৰ্ঘোৰ মানসিক যন্ত্ৰণা আৰু অশান্তিৰ মূল কাৰণটো উলিয়াইছিল। তেওঁৰ অক্ষমতাৰ হেতু জনেনন্দ্ৰিয়টোকে ভাবিছিল। তাৰ ওপৰতে প্ৰতিশোধ লোৱাৰ কথা তেওঁৰ মনলৈ সঘনে আহিছিল। উপায় চিন্তা কৰিছিল। কামনাৰ বহি প্ৰকাশ শক্তিৰ মূল জনেনন্দ্ৰিয় – ইয়ে জীৱনৰ সকলো অথন্তৰ, অশান্তিৰ মূল কাৰণ বুলি ভাবি এখন চোকা ব্লেডেৰে ৰেপ দি তাৰ ওপৰত প্ৰতিহিংসা পূৰণ কৰিছিল। চিৰিক চিৰিক ৰঙা তেজ ওলাই অহাৰ লগে লগেই তেওঁ মুচকচ খাই পৰিছিল। ৰাতিপুৱালৈকে তেওঁ গোঙাই কোঠাটোতে পৰি আছিল। ৰাতিপুৱা চাকৰ-বাকৰে কথাটো জানি ডাক্তৰক খবৰ দিছিল। ডাক্তৰ আহিয়েই তেওঁক আশঙ্কিত অৱস্থাত হস্পিতেললৈ নিয়াইছিল। তেওঁ প্ৰায় ডেৰমাহ হস্পিতেলত পৰি আছিল। তেওঁ ভ্ৰম বকিছিল আৰু ছেৰাবলীয়াৰ দৰে হৈছিল। খবৰ পাই তেওঁৰ পাপাক আৰু নানাক আহিছিল।

অলকাৰ বিষয়ে চাকৰ-বাকৰেও একো নাজানিছিল আৰু অমৰেন্দ্ৰইও ছেৰাবলীয়া অৱস্থাতে অলকাৰ বিষয়ে নানা কথা কৈছিল ।



যোৰহাটত অলকাৰ মাক-দেউতাকে অলকাক তলে তলে বিচাৰি চলোপাত কৰিছিল। নিজৰ পৰিয়ালৰ অভিজাতত বাগী কুঠাৰ পৰিব বুলি তেওঁলোকে পুলিচকো খবৰ দিয়া নাছিল। তেওঁলোকে অলকাৰ কাৰণে উৎকণ্ঠিত হৈছিল আৰু যেনে-তেনে ওলাবহি বুলি ভাবিছিল।

বসন্তই অলকাক পাণ্ডুৰ ঘৰটোলৈ লৈ আহিছিল। ভৱিষ্যত জীৱনৰ কোনো পৰিকল্পনা নোহোৱাকৈ সিহঁত দুয়ো মূৰ ঠেকেচা খাই জীৱনৰ ঘূৰি থকা চাকনৈয়াটোত হঠাৎ এনেকৈ পৰিব বুলি কেতিয়াও ভবা নাছিল যদিও অলকাই এয়ে শেষ নিস্কৃতি পোৱা বুলি ভাবি আত্মসান্ত্বনা লভিছিল। চিৰজীৱন ভুগি থকাতকৈ এয়ে মুক্তি বুলি ভাবিছিল। বসন্তৰ প্ৰতি তাইৰ মনটো কৃতজ্ঞতাৰে ভৰি পৰিছিল। আনৰ দৰে তাইক পৰিত্যাগ নকৰি বসন্তইহে মাথো তাইৰ জীৱনৰ থাউনী নোপোৱা বিপদত আঁকোৱালি ধৰিছিল। কমবয়সীয়া ল'ৰাটোৰ সাহসটো দেখি অলকা আচৰিত হৈছিল। বসন্তই অলকাক লৈ অন্ধ আৰু কামোন্মত্ত হৈ পৰিছিল। আনহাতে বেয়া অৱস্থাটোকে ভাল কৰাৰ উপায় চিন্তা কৰিছিল। আনফালে ভৱিষ্যতে কি হব বুলি ভাবি অজানিত আশঙ্কাও কৰিছিল। সি দোমাজাত পৰিছিল আৰু অলকাই তাৰ মূৰৰ চুলিত হাত বুলাই মৰমেৰে সাহস আৰু সান্ত্বনা দিছিল। সি আকৌ দুশ্চিন্তা পাহৰি গৈছিল। সিহঁতৰ মন দুটা জীৱনৰ পাক ঘূৰণীয়াত বৰকৈ ঘূৰিছিল আৰু কিবা কিবা গণ্ডোগলীয় ভাব এটাই সিহঁতৰ সদায় মনটোক চেপি মাৰিছিল।

বসন্তই নিজৰ কৰ্ত্তব্যৰ কাৰণে সপ্তাহত তিনি দিন শিলিগুৰিলৈ অহা-যোৱা কৰিব লগা হৈছিল। সি বাহিৰত সদায়ে দুৰাতি কটাব লগাত পৰিছিল। বজাৰ সমাৰ কৰি দিয়া, অলকাক চোৱা-চিতা কৰিবলৈ বসন্তৰ তলত কাম কৰা বিশ্বাসী পয়েন্টমেন এটাকে সি

ঠিক কৰি দিছিল। বসন্ত থকা ঘৰটোৰ চাকৰ থকা কোঠা এটাতে সি শুইছিল আৰু অলকাহঁতক বন্ধা-বঢ়া কৰি দি লগত খাইছিলো। মানুহটো ওখ-পাখ বলিষ্ঠ এটা নিগ্ৰোৰ দৰে কলা আছিল। নাকটো প্ৰকাণ্ড আৰু চেপেতা। চকু সৰু সৰু, ওঠো লাকুৰা, বহল মুখ-খনেৰে মানুহটো এনেয়ে দেখিলে ভয়লগা। তাৰ গাৰ গঠন এটা লোহাৰ গুন্দা ইঞ্জিনৰ দৰে আছিল কলা শিলত কটাৰ দৰে মাংসপেশী। বসন্তৰ দুগুণ ওজনৰ মানুহটোৱে অলকাক পৰিচৰ্য্যা কৰিবলৈ পাই ধন্য হোৱাৰ ভাব তাৰ মুখত ফুটি ওলাইছিল। অলকাক কুটা এগছকে সি ইফাল সিফাল কৰিবলৈ নিদিছিল।

বসন্ত নথকা কেইদিন অলকাই বৰ নিজান অনুভৱ কৰি ছিল। জিনতুক সুৱৰি সুৱৰি কেতিয়াবা চকুপানী টুকিছিল আৰু এইদৰে থকাটো নিজকে গৰিহণা দিছিল। কামটো বৰ বেয়া হ'ল বুলি ভাবিছিল। জিনতুক ইমান সহজে তাই এৰি গুছি আহিব পৰাটোত তাই নিজেই আচৰিত হৈছিল। দিনটো তাই বিছনাতে ইকাটি-সিকাটিকৈ কটাইছিল। কেতিয়াবা বিছনাত বহি বহিয়ে দিনটো নিয়াইছিল। কোতিয়াবা মাহেকীয়া আলোচনী এখনকে লুটিয়াই বগৰাই পঢ়াৰ আমনি লগা সময়বোৰ কটাইছিল।

ইৰ্চাদে তাইৰ মনটো ফুৰ্ত্তি লগাবলৈ সিহঁতৰ দেশৰ গল্পবোৰ কৈছিল। পয়েণ্টমেনটোৰ নাম ইৰ্চাদ আছিল আৰু তাৰ ঘৰ পাকিস্থানত আছিল। অলকাই তাৰ অদ্ভুত গল্পবোৰ কাণ পাতি শুনিছিল আৰু কথা পাতিবলৈ এজন পোৱাত তাই কিছু সকাহ পাইছিল। অলকাক আনন্দেৰে ৰাখিবলৈ সি বহুত ধেমেলীয়া কথা বহন বোলাই অলকাক কৈছিল আৰু তাইৰ মনঃপুত কামবোৰ কৰিছিল। মোগল সম্ৰাট সকলে কি কি খাইছিল, কেনেকৈ ৰান্ধিছিল, কিমান কম্ম ভোগ কৰিছিল সি সেইবোৰ বিবৰি অলকাক কৈছিল আৰু কেতিয়াবা মুছলমানী দামী খানা পোলাও, কোপ্তা আচলতে



কেনেকৈ ৰান্ধে তাৰ কথাকৈ সি অলকাক মাজে মাজে ৰান্ধি খুৱাইছিল। তাৰ প্ৰপিতামহ, ককাদেউতাকে আকবৰ বাদচাহৰ প্ৰধান বাবুৰ্চ্চি আছিল বুলি সি অলকাক প্ৰায়ে কৈছিল। পিচকিচিয়া কলা অদ্ভুত দৈত্যৰ দৰে আপচু মানুহটোক তাৰ ৰস লগোৱা কথাবোৰৰ কাৰণে অলকাৰ অচিনাকি ভাবটো নাইকীয়া হৈছিল আৰু তাৰ শাক্তিশালী মাংসপেশীত কিমাননো গতিবেগৰ শক্তি সোমাই আছে বুলি ভাবি ব' লাগি চাইছিল। গতিৰ প্ৰচণ্ডতম শক্তিটো অনুমান কৰিবলৈ অলকাই যত্ন কৰিছিল। এই কথাটো ভাবি ভাবি কিবা এটা নতুনত্ব, অভিনয় ভাব তাইৰ মনলৈ আহিছিল আৰু তাই আমোদ আমোদ ভাব এটা বাৰুকৈয়ে অনুভৱ কৰিছিল ইৰ্চাদৰ প্ৰতি তাই এটা নিৰ্ভয় ভাবো আহিছিল।

ইৰ্চাদেও অলকাক কোনোবা বেহস্তৰ পৰি বুলি ভাবিছিল আৰু অলকা অসংযতভাৱে দিনত শুই থকা অৱস্থাটো সি আলেঙে আলেঙে চাই চাই লোভত ভুকীয়া কুকুৰৰ দৰে কোৱাৰি চেলেকিছিল।

সেই দিনা ৰাতি পুৱাই বসন্ত তিনি দিনৰ কাৰণে আলিপুৰ দুৱাৰলৈ ওলাই গৈছিল। দিনটো অলকাই বৰ অকলশৰীয়া আৰু নিজান অনুভৱ কৰিছিল। দিনটো যেনে-তেনে কটায়। ৰাতিটো বৰ অসহনীয় যেন লাগিছিল। বহুত যুগ বঞ্চিত ৰাতি বুলি ভাবি অস্থিৰ হৈছিল। সেইদিনা ৰাতি খাই বৈ উঠি অলকাই বিছনা খনতে গৰমত ছাটি ফুটিকৈ আছিল। ইৰ্চাদে তাইক বিচি দিম বুলি সোধাত তাই নালাগে বুলি কৈছিল। শেষত গৰমৰ ভ গৰত তাইৰ গভীৰ টোপনি ধৰিছিল।

হঠাৎ তাই থকমক খাই সাৰ পাই উঠিছিল আৰু তাই কোনোবাই হেঁচা মাৰি ধৰা গম পাই ভয়ত চিঞৰিবলৈ যত্ন কৰিছি।

তাৰ আগতে এখন বলিষ্ঠ হাতে তাইৰ মুখখন জোৰে চেপি ধৰিছিল। তাইৰ উশাহ বন্ধ হৈ যোৱাৰ দৰে লাগিছিল। তাই চটফটাই উঠিছিল। তাই আন্ধাৰত আন্দাজতে চিনি পাবলৈ

বুলি হাতেৰে খেপিয়াই চাইছিল আৰু তৎক্ষণাতে গম ধৰিব পাৰিছিল।

তাই শেষত চিঞঁৰ-বাখৰ কৰিলে নিজৰেই বেছি বিপদ বাঢ়িব বুলি ভাবি চিঞঁৰ-বাখৰ নকৰাকৈ নিশ্চল হৈ পৰি আছিল। চিঞঁৰ-বাখৰ বা জোৰ নকৰা দেখি তাইৰ মুখত হেঁচা দি ধৰা হাতখন লাহেকৈ আঁতৰাই দিওঁতে দিওঁতে তাই সুধিছিল।

"ইৰ্চাদ।"

"হয় বহিন।"

"কেনেকৈ সোমালি?"

"দুৱাৰত হুক লগাবলৈ আপুনি পাহৰিলে।"

"টোপনি ধৰাৰ আগতে বন্ধ কৰিম বুলি ভাবোতেই টোপনি আহিছিল।"

"মোৰ কিচমৎ।"

গোটেই ৰাতি সিহঁত দুয়ো উজাগৰে আছিল। দুয়ো ঘামত টেপটেপীয়া হৈছিল।

ইমান তৃপ্তি অলকাক আৰু কোনো পুৰুষে দিব পৰা নাছিল। কামসম্ভোগৰ চৰত্তম পৰিতৃপ্তি জীৱনত যোৱা ৰাতিহে তাই পোৱা বুলি ভাবিছিল। এইকেইদিন ছেদভেদ নোহোৱাকৈ কটাইছিল আৰু তাইৰ আকলুৱা মন গভীৰ পৰিতৃপ্তিৰে উপচি পৰিছিল। তাইৰ উন্মাদনাই নতুন ৰূপে তাইৰ মনটো ইৰ্চাদময় কৰিছিল। ইৰ্চাদক তাই কৈছিল, "তই মোক এৰি নাযাবি।"

"বহিন, মই গোটেই জিন্দীগী গোলাম হৈ ৰম।"

ৰাতি তিনিটা বজাত বসন্ত অহাৰ আগতে ইৰ্চাদে নিজৰ কোঠাত শুই আছিল গৈ। অলকাইও ভিতৰৰ পৰা দুৱাৰৰ হুক বন্ধ কৰি দি আকৌ শুই আছিল। বসন্ত আহি বহুত পৰ মাতি মাতিহে টোপনি ভাঙৰা অলকাক জগাইছিল। অলকা উঠি দুৱাৰ হুক খুলি



দিছিল। বসন্তই বিছনাত দীঘল দিছিল। বসন্তই অলকাক অলস চেঁচা যেন অনুমান কৰিছিল। উদ্দীপনাহীন অলকাৰ কামনাৰ জোৱাৰ ভাটাৰ সোঁতটো বসন্তই শুকাই যোৱা যেন অনুভৱ কৰিছিল আৰু অলকাক সুধিছিল।

"আজি কি হৈছে?"

অলকাই দীঘল হুমুনিয়াহ কাঢ়ি কৈছিল।

"জিনতুৰ কথা মনত পৰিছে।"

বসন্তই অলকাৰ চকুপানী মছি দিছিল।

বসন্ত বাহিৰলৈ যোৱা দিনটোৰ কাৰণে অলকা আৰু ইৰ্চাদ অধৈৰ্য্য হৈ পৰিছিল। বসন্ত কেতিয়া বাহিৰলৈ যায় সি ভাবিছিল। ইৰ্চাদে বসন্তক মুৰ্গী জব্বাই কৰি কটল কৰাৰ দৰে, কৰিবৰ প্ৰচণ্ড ইচ্ছা এটা হৈছিল।

ইৰ্চাদে ঐন্দ্ৰানিক প্ৰথামতে অলকাক উপভোগ কৰাটোত অলকাৰ অদ্ভুত চঞ্চল জীৱনত নোপোৱা শিহৰণ এটা পাই কামনাৰ কল্পলোকত থকাৰ দৰে অনুভৱ কৰিছিল।

কামনাৰ অমৃত সৰোবৰত তাই ডুবি গৈছিল। আগতে কামনাৰ সৰোবৰত এনেয়ে ওপৰে ওপৰে চিলনী সাঁতোৰ দিয়া বুলিহে তাই ভাবিছিল।

এনেকৈয়ে এমাহ সাউৎকৰে পাৰ হৈ গৈছিল।

এদিন ৰাতিপুৱা বেলিকৈ উঠি তাই মূৰটো বিযোৱা যেন অনুভৱ কৰিছিল আৰু ভিতৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰ জুইৰ আঙুনিয়ে পোৰাৰ দৰে ৰমৰমকৈ পোৰা আৰু চিৰিঙলি পৰা যেন তাই অনুভৱ কৰিছিল। বসন্তৰ অনুপস্থিতিত আৰু এই যন্ত্ৰণাৰ মাজতে অলকাই ইৰ্চাদৰ লগত আৰু দুটা ৰাতি অতি বীভৎস আৰু জঘন্যভাৱে কটাইছিল। এটা মদমত্ত সিংহ আৰু এজনী কামোন্মত্ত সিংহিনীয়ে কামনাত মত্ত হৈ কব নোৱাৰা হৈ গৈছিল।

তৃতীয়া দিনা অলকাৰ দেই পুৰি নিয়া যন্ত্ৰণাই ভীষণ ৰূপ ধৰিছিল। তাই একেবাৰে অস্থিৰ হৈ পৰিছিল।

চতুৰ্থ দিনা তাই অঙ্গ-প্ৰত্যঙ্গবোৰত কিছুমান চবকা চবক ৰঙা ঘাঁ দেখা দিছিল আৰু তোবোকাতোবক তেপা খহুৰ দৰে তল-চোৰা ভৰি গৈছিল আৰু সেইবোৰ ফুলিছিল। তাই অসহ্য বিষত কাতুৰিছিল আৰু মনতে এটা অজানিত ভয়ঙ্কৰ ভয়ত শিহৰি কঁপি উঠিছিল।

বসন্তই আহিয়েই ডাক্তৰক মাতি আনি অলকাক দেখুৱাই-ছিল। ডাক্তৰে অলকাক পৰীক্ষা কৰি দুৰ্যোৰ এটা সন্দেহ কৰি অলকাৰ তেজ পৰীক্ষা কৰি এদিনৰ পিছত জনাইছিল।

"মাৰাত্মক।"

অলকাৰ কলিজাত গৰম ৰঙা শেল এডাল সোমাই ভেদি ফুফাল কৰা যেন অনুভৱ কৰিছিল। মুখখন বিকৃত হৈ চিফ-লিচ্ শব্দটো শব্দহীনভাৱে ওলাই আহিছিল। শৰীৰটো শেষত হিম শীতল যেন বোধ হৈছিল আৰু অন্তৰত মৰণৰ উচ্চৰোল ধ্বনি তাই নিজ কাণেৰে শুনিছিল। তাইৰ মনটো ভ্ৰম ভ্ৰম, বিভ্ৰম যেন লাগিছিল। সকলো সচা-মিচা যেন লাগিছিল ইচাদৰ সবল শৰীৰত মাৰাত্মক যৌন ৰোগৰ বীজাণু সুপ্ত অৱস্থাত ভৰি আছিল। অলকাৰ কোমল নতুন দেহা পাই ই মাৰাত্মকভাৱে পিলপিলকৈ মুহূৰ্ত্তে মুহূৰ্ত্তে বাঢ়ি গৈছিল। অলকাই আগতে নাজা-নিছিল।

বসন্তই অলকাক সুধিছিল, "কেনেকৈ, কাৰপৰা এই মাৰাত্মক ৰোগ আহিল?"

"হয়তো তোমাৰ পৰা না আন।"

"মোৰ পৰা ???"

"ও।"

"অসম্ভৱ !!!"



"হয়তো তোমাৰ দৰে এটা পুৰুষৰ পৰা।"

"কোন?"

"কেনেকৈ কওঁ?"

"ওহো।"

"কেনেকৈ ??"

"মুঠতে মানুহৰ মৰণৰ এটা কাৰণৰ প্ৰয়োজন?"

"ভগবানে কৰিলে ভাল হবা, ডাক্তৰে কৈছে?"

"ডাক্তৰে যেতিয়া ৰোগীক ভগবানক গটাই দি চিকিৎসা কৰে, তেতিয়া ৰোগীয়েই নিজৰ অৱস্থাটোৰ কথা আটাইতকৈ ভালকৈ বুজে।"

"আৰু সেইটো কি?"

"নিস্কৃতি।"

"অলকা।"

"কি?"

"তোমাৰ মুখতো দেখা দিছে।"

"ও গোটেই শৰীৰতে।"

"ঘাঁবোৰ ইমান বীভৎস ?? গোন্ধাইছেও?"

"এটা জীয়া গেলা মৰাশই শ্মশানলৈ খোজ দিছে।"

অলকাই আয়নাত নিজৰ মুখখন চাইছিল। চাই তাই টেটু ফালি মৰণ চিঞৰ এটা মাৰিব খুজিছিল। ওচৰতে এখন চোকা ছুৰি থকাহেঁতেন! তাইৰ নেলুত জোৰেৰে বেপ দিবৰ এটা প্ৰকাণ্ড ভাব হৈছিল।

যন্ত্ৰণাৰ মাজত অলকাই অস্বাভাৱিকভাৱে বিভ্ৰমেৰে হাঁহিব খুজিছিল। মুখখন মেল খাই যোৱাৰ লগে লগে আকৌ বন্ধ হৈছিল।

বসন্তৰ মূৰত চবক পৰিছিল। আতঙ্ক আৰু ঘিণ ঘিণ ভাব ফুটি উঠা বসন্তৰ মুখখন দেখি অলকাই কৈছিল, "মোক আজিয়েই যোৰহাটলৈ পঠাই দিয়া?"

"গুছি গলেই সমস্যা শেষ হব জানো ? এই ৰোগে মোকো যদি আক্রমণ কৰে ?"

ভয়ঙ্কৰ ভয়ত বসন্তই আকৌ কৈছিল, "কাৰ কেনেকৈ মৰণ হয়, কোনে জানে ?"

"মোৰ ব্যৱস্থা কৰা।"

এফালে মৰণৰ ভয় আৰু অসহ্য ৰোগৰ যন্ত্ৰণা আৰু আনফালে কামনাৰ নিস্ফল ক্ৰন্দনত অলকাৰ জীৱনৰ টুলুঙা নাওখন সোঁতত ডুবো ডুবো হৈ টুলুং ভুটুং কৰিছিল। ইমান সোনকালে তাইৰ উন্মত্ত যৌৱনটোৰ বসন্ততে এনেকৈ হঠাৎ কিবা এটাই আকস্মিক-ভাৱে দুৰ্দ্দান্ত আক্ৰমণ কৰি তাইক পৰাজয় কৰিব বুলি জীৱনত কোনো দিনেই ভবা নাছিল। তাই যিমানে ভাবিছিল সিমানে অতল দ' নাদ এটাৰ ঘোপ মৰা আন্ধাৰত সোঁ সোঁকৈ সোমাই গৈছিল।

কোনোবা অদৃশ্য শক্তি এটাক তাই বাৰে বাৰে প্ৰাৰ্থনা কৰি তাইক উদ্ধাৰ কৰিবলৈ কাকুতি-মিনতি জনাইছিল। জীৱনত এই প্ৰথম তাই এই শক্তিৰ সহায় বিচাৰিছিল।

তাই চিঞঁৰি চিঞঁৰি কান্দিব নোৱাৰি ফেঁকুৰি ফেঁকুৰি কান্দি-ছিল। তাইৰ জীৱনৰ আগত এটা ডাঙৰ মহাশূন্যই মহটোকোন এডাল কোড়া মুঠিয়াকৈ ধৰি গহীন প্ৰশ্ন এটা লৈ তাই জীৱনৰ আগত ঠিয় হোৱাহে দেখিছিল।

তাকে দেখি তাইৰ অন্তৰাত্মাত মৰণৰ আৰ্তনাদ ধ্বনিহে উঠিছিল।

অমৰেন্দ্ৰই হস্পিতেলৰ পৰা ঘুৰি আহি পাণ্ডুত অলকাৰ আলেঙে আলেঙে খবৰ কৰি জানিছিল যে অলকা দুৰাৰোগগ্ৰস্ত হৈ যোৰহাটলৈ গৈছে। নিবোকা চামোনৰ দৰে এই খবৰ শুনি তেওঁ মনে মনে



আছিল আৰু শহাকণীয়া হৈ ফলাফলৰ কাৰণে তেওঁ ভিতৰি চঞ্চল হৈ অলকাৰ বিষয়ে সবিশেষ জানিবলৈ ৰৈ আছিল। তেওঁৰ তোৰভোৱাই থকা স্বভাৱ এটা হৈছিল।

বসন্তই অলকাক যোৰহাটত থৈ গৈছিল। মাক-বাপেকে তাইক খুব গুপুতে চিকিৎসা কৰাইছিল যদিও দিনক দিনে তাই বেয়াৰ ফালেহে গৈছিল আৰু ডাক্তৰেও অলকাৰ গোটেই শৰীৰ বীজাণুৱে মাৰাত্মকভাৱে আক্ৰমণ কৰা বুলি হতাশেৰে অলকাৰ মাক-বাপেকক কৈছিল।

অলকাৰ অৱস্থাই তেওঁলোকক কাতৰ কৰি পেলাইছিল। অমৰেন্দ্ৰলৈ এটা খবৰ পঠাই তেওঁলোকৰ কৰ্ত্তব্য সামৰিছিল। অহা নহাটো অমৰেন্দ্ৰৰ ওপৰতে এৰি দিছিল।

অলকাৰ মাক-বাপেকে ডিব্ৰুগড়ৰ পৰা বিশেষজ্ঞ অনাইছিল আৰু তেওঁলোকে অলকাক ভালকৈ চাই-চিতি সুচিন্তিত মত দিছিল।

তাইৰ চেহেৰাটো বেঙেনা পোৰাৰ দৰে টোটোৰা হৈ কলা পৰি গৈছিল। হাত-ভৰি কোঙা হৈ পৰিছিল আৰু চুলিবোৰ সন্ন্যাসীৰ জটাৰ দৰে হৈছিল। তাইৰ শৰীৰটো "ভ"টোৰ দৰে হৈছিল।

আজি তিনি দিন তাইৰ কঁপি কঁপি জ্বৰো উঠিছিল। তাই বিছনাত শুই শুই যন্ত্ৰণাত অস্থিৰ কাতৰ ধ্বনি কৰিছিল। তাই শোৱাৰ বিপৰীত ফালে বেৰত ওলোমাই থোৱা তাইৰ বিয়াৰ আগতে তোলা ফটোখনলৈ তাইৰ চকু পৰিছিল। তাইৰ ক্ষীণ ভাব কিছুমান আহিছিল।

"সেইখন কাৰ ফটো ?"

"মোৰ ?" ফটো খনে যেন কৈছিল।

"তাইৰ এনে অৱস্থা কোনে কৰিলে ? কোন দোষী ?"

"পিতৃ-মাতৃয়ে।"

"নহয় ?"

"কোনে ?"

"অমৰেন্দ্ৰই ?"

"নহয় ।"

"নহয়, তোৰ বলীয়া কামনাই । কামনা কি ?"

"কামনা, সৃষ্টিৰ অব্যৰ্থ যন্ত্ৰ ।"

"ওহো, কামনাৰ মৃত্যু নাই, চিৰ অমৰ ।"

ফটোখনৰ পৰা তাই চকু ঘূৰাই আনিছিল । জীৱন আৰু মৰণৰ সেতুৰ মাজত ভাবিছিল ।

"ডাক্তৰে সিটো কোঠাত ফুচফুচাই মাৰ লগত কিবা কথা পাতিছে । ডাক্তৰে মাক মই মৰিম বুলি কৈছে হব পায় । মই মৰিমেই বা কিয় ? কাৰ অসুখ নহয় ? কাৰ জীৱনত ভুল নহয় ? মই আকৌ ভাল হম । এই পৃথিবীতে আকৌ আনন্দেৰে ঘূৰিম । মই ভাল পাম, ভাল হম, ভাল হমেই, ভাল হলে কেতিয়াও আৰু এনে কাম নকৰো । ভগবান ! এইবাৰ মোক ৰক্ষা কৰা !"

অলপ দূৰৈত সেই সময়ত কোনোবা এঘৰত ৰেডিঅ' এটা বাজিছিল ।

"এভৱ গহন বন অতি মোহ পাশে অন্ধ
তাতো হামো হৰিণ বেড়ায় ।
কান্দিলো মায়াৰ পাশে কালব্যাধে ধায়া আসে
কামক্ৰোধ কুণ্ডা খেদি যায় ॥"

অলকাই কিছুপৰ তলকা মাৰি এটা ভীষণ যন্ত্ৰণাৰ ঢৌ নীৰবে সহ্য কৰি আকৌ ভাবিছিল, "উস আজি দেখোন বৰ কেনেবা কেনেবা লাগিছে ।"

ইমান্ পিয়াহ....!!!

অলকাই আলাসতে ক্ৰন্দন ধ্বনি এটা শুনিছিল ।

"জিনতুৱে নিশ্চয় সেইয়া, ৰাউসী জুৰি কান্দিছে, জিনতু··· জিনতু ।"



অলকাই গাৰুৰ পৰা অকন মূৰটো তুলি হাত দুটা শূন্যলৈ আগবঢ়াই দি করুণভাৱে চিঞৰি আকৌ গাৰুত ঠাস কৰি পৰি গৈছিল । তাইৰ শৰীৰটোত খুব বৰফ চেঁচা এটা সোঁত জোৰেৰে তেতিয়া বৈ গৈছিল । চকুযোৰ নিস্প্ৰভ হৈ আহিছিল, তেতিয়াও তাই অতি ক্ষীণ ক্ৰন্দন ধ্বনি শুনিছিল ।

"ওৱা মা, ওৱা ওৱা···মা···মা ।"

মাউৰা শিশুক ৰখা এটা শিশু হস্পিতেলৰ প্ৰাম এখনত তেতিয়া জিনতুৱে শুই ৰাউসী জুৰি কান্দিছিল, "ওৱমা···ওৱা···ওৱা···মা মা ।"

## সমাপ্ত